# হাজোৰ সাহিত্য সাধক

সম্পাদক ঃ
প্ৰমোদ চন্দ্ৰ মেধি

সহযোগী সম্পাদক ঃ
সুৰেশ কুমাৰ দাস
দীপক কাকতি

***Hajor Sahitya Sadhak*** *: A Collection of articles on the lives and activities of literateurs of Hajo area, published by the publication Sub-Committee of the Asam Sahitya Sabha, 65th Hajo Session, First published, February 1999.*

---

**প্ৰকাশক :** প্ৰকাশন উপ-সমিতি
অসম সাহিত্য সভাৰ
৬৫ তম্ হাজো অধিবেশন
হাজো : ৭৮১ ১০২

বেটুপাত : নৱ চৌধুৰী

মূল্য : ৫৫.০০ টকা

মুদ্ৰণ : ব্ৰহ্মপুত্ৰ অফচেট
এম. চি. ৰোড
গুৱাহাটী - ৭৮১ ০০৩
ফোন : ৫৪৩৬৩৭

# আগকথা

অসমৰ কলা-সাহিত্যৰ ইতিহাসত হাজোৰ এখন সুকীয়া স্থান আছে। মঠ-মন্দিৰ, মছজিদ, সত্ৰ নামঘৰেৰে পৰিপূৰ্ণ হাজো অসম তথা ভাৰতবৰ্ষৰ এখন প্ৰসিদ্ধ তীৰ্থস্থান। প্ৰায় ১৫ হাজাৰ জনসংখ্যাৰে পৰিপূৰ্ণ হাজো এখন গাওঁ যদিও অতীজৰে পৰা ওচৰ চুবুৰীয়া গাঁৱৰ মানুহে হাজোক নগৰ বুলিয়েই অভিহিত কৰিছিল। অতীজৰে পৰা হাজোৰ আধাখিনি মানুহ উদ্যোগজীৱীহে। অৱশ্যে বৃহৎ উদ্যোগ বা ক্ষুদ্ৰ উদ্যোগ হাজোত নাই। হাজো কুটীৰ শিল্পৰ কাৰণেহে বিখ্যাত।

হাজোৰ সাংস্কৃতিক বৈশিষ্ট্যৰ বাবেই পঞ্চদশ শতিকাত কোঁচ ৰাজ্য দ্বিখণ্ডিত হোৱাত, পূবপিনৰ ৰাজ্যখনৰ নাম 'কোঁচ হাজো" ৰখা হৈছিল। বৰ্তমানো মূল হাজো গাঁৱক কেন্দ্ৰ কৰি ৬/৭ মাইল দূৰলৈকে থকা গাওঁসমূহে হাজোৰ নামেৰেই পৰিচয় দিয়ে। সেয়েহে আমি এই গোটেই অঞ্চলটোকে হাজো বুলি অভিহিত কৰিছোঁ।

দশম-একাদশ শতিকাত অসমীয়া ভাষাই বৰ্ত্তমানৰ ৰূপ লবলৈ আৰম্ভ কৰে যদিও মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ আগলৈকে অসমীয়া ভাষা সাহিত্য চালুকীয়া অৱস্থাতে আছিল। খৃষ্টীয় পঞ্চদশ শতিকাত শ্ৰীমন্তশংকৰদেৱে অসমত নৱ বৈষ্ণৱ আন্দোলনৰ পাতনি মেলে। শংকৰ-মাধৱ এই দুজনা গুৰুৱে তেওঁলোকৰ ধৰ্ম্মমত প্ৰচাৰৰ কাৰণে কাব্য, নাট, গীত আদি ৰচনা কৰি অসমীয়া ভাষাকো সু-প্ৰতিষ্ঠিত কৰি গৈছে। এই যুগত মহাপুৰুষ দুজনাৰ পিছতেই স্থান পোৱাৰ যোগ্য অনন্ত কন্দলীৰ জন্ম স্থান মূল হাজোত আৰু ৰাম সৰস্বতীৰ জন্মস্থান হাজো অঞ্চলত। অনন্ত কন্দলীক ভাগৱত আচাৰ্য্য আৰু "শ্ৰীচন্দ্ৰ ভাৰতী" বুলিও জনা যায়। সেইদৰে অসমীয়া ব্যাস নামে খ্যাত ৰাম সৰস্বতীক ভাৰতচন্দ্ৰ, কবিচন্দ্ৰ আৰু ভাৰতভূষণ নামেৰেও জনা যায়।

অসমীয়া ভাষাই আত্মপ্ৰকাশ কৰাৰ বহু আগতেই ষষ্ঠ শতিকাত বা তাৰো আগতে হাজো হিন্দু আৰু বৌদ্ধ দৰ্শন চৰ্চ্চাৰ অন্যতম কেন্দ্ৰ আছিল বুলি আধুনিক পণ্ডিতে মত পোষণ কৰিছে। তেওঁলোকে কবখোজে হিন্দু দাৰ্শনিক কুমাৰিল ভট্টপাদ আৰু বৌদ্ধ দাৰ্শনিক আচাৰ্য্য ধৰ্মকীৰ্ত্তিৰ জন্মস্থান হাজো।

উনবিংশ শতিকাৰ শেষৰ দুটা দশকত আৰু বিংশ শতিকাৰ প্ৰথম দুটা দশকৰ ভিতৰত পাঠ্যপুথি ৰচনা কৰি আৰু সাহিত্য চৰ্চ্চা কৰি হাজোৰ হলিৰাম মেধি আৰু বিষয় চন্দ্ৰ বিশ্বাসীয়ে অসমীয়া ভাষাক পঢ়াশালিত আৰু কোৰ্ট কাছাৰীত প্ৰতিষ্ঠিত কৰাত অৰিহণা যোগাই গৈছে।

আধুনিক যুগতো অসমীয়া ভাষা সাহিত্য জগতৰ দুটা উজ্জ্বল নক্ষত্ৰ পণ্ডিত কালিৰাম মেধি আৰু বিহগী কবি ৰঘুনাথ চৌধাৰীৰ জন্মস্থান হাজো অঞ্চল।

এই সকল সাহিত্যিকৰ প্ৰেৰণাৰে অনুপ্ৰাণিত হৈ হাজো অঞ্চলৰ আৰু কেইবাগৰাকীও ব্যক্তিয়ে অসমীয়া ভাষা-সাহিত্যলৈ অৰিহণা যোগাই গৈছে। অসমৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ ৬৫তম হাজো অধিবেশনত এইসকল সাহিত্যসেবীৰ পৰিচয় আৰু সাহিত্যকীৰ্ত্তিৰ আভাস দিবলৈ এই গ্ৰন্থৰ জৰিয়তে প্ৰয়াস কৰা হৈছে। পাঠকসকলে গ্ৰন্থখন আদৰি ললে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

গ্ৰন্থখনৰ প্ৰবন্ধপাতি সংগ্ৰহ কৰা, প্ৰুফচোৱা আদি কামত আমাক গিৰীণ দাস, দীপক কাকতি, মহঃ খবিৰুদ্দিন আহমেদ, কিচিন দাস, যোগেন কাকতি, সুৰেশ কুমাৰ দাস, ড° অনন্ত কুমাৰ শৰ্মা, আব্বাচ আলী আৰু দিলীপ চৰকাৰে সহায় কৰিছে। পুথিখন সম্পাদনা কৰিবলৈ অনুপ্ৰাণিত কৰিছিল অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সম্পাদক যথাক্ৰমে মাননীয় নুৰুল হুছেইন আৰু ড° প্ৰবীণ চন্দ্ৰ দাসে। বেটুপাত অঙ্কন কৰি দিছে শিল্পী নব চৌধুৰীয়ে। ব্ৰহ্মপুত্ৰ অফচেটৰ স্বত্বাধিকাৰী দীনেশ চক্ৰবৰ্তী আৰু কৰ্মী সকলে বিশেষ তৎপৰতাৰে নিচেই কম সময়ৰ ভিতৰতে পুথিখনৰ ছপা কাম শেষ কৰি দি ৰাইজৰ আগত নিবেদন কৰাত সহায় কৰিছে।

সম্পাদক আটাইৰে ওচৰত কৃতজ্ঞ।

**প্ৰমোদ চন্দ্ৰ মেধি**
সম্পাদক

# সূচীপত্র

# অনন্ত কন্দলীৰ ৰচনা-প্ৰতিভা

ড° নবীন চন্দ্ৰ শৰ্মা

অনন্ত কন্দলী (ওৰফে চন্দ্ৰ ভাৰতী, ভাগৱতাচাৰ্য্য, ভাগৱৎ ভট্টাচাৰ্য্য) নৱ-বৈষ্ণৱ যুগৰ এগৰাকী নিষ্ণাত আৰু প্ৰখ্যাত কবি। তেওঁ আছিল সন্ত কবি শংকৰদেৱৰ বয়ঃকনিষ্ঠ সমসাময়িক। এই বিখ্যাত কবিৰ জীৱন বৃত্ত অধ্যয়নৰ বাবে প্ৰয়োজনীয় সমল পৰ্য্যাপ্ত পৰিমাণে পোৱা যায়। এই সমলৰাজিক প্ৰধানভাৱে চাৰিটা ভাগত বিভক্ত কৰিব পাৰি যেনে ঃ

১। কন্দলীৰ স্বীয় ৰচনা

২। চৰিত - পুথি

৩। বংশাৱলী সাহিত্য (Genealogical literature) আৰু

৪। আধুনিক সমীক্ষকৰ ৰচনা।

১। অনন্ত কন্দলীৰ স্বীয় ৰচনা ঃ পুৰণি অসমীয়া কবি সকলৰ চিৰাচৰিত ৰীতি আৰু পৰম্পৰা ৰক্ষা কৰি কন্দলীয়েও তেওঁৰ বিভিন্ন ৰচনাত দীৰ্ঘ পৰিসৰ - বিশিষ্ট আত্ম পৰিচয়মূলক বৰ্ণনা পৰিৱেশন কৰিছে। 'বৃত্ৰাসুৰ বধ' কাব্যত সন্নিবিষ্ট আত্ম পৰিচয়মূলক ভণিতাৰ পৰা জনা যায় যে, ৰৌতা নগৰত সাগৰ নামধাৰী এগৰাকী আঢ্যৱন্ত ব্ৰাহ্মণে বাস কৰিছিল। শ্ৰীচন্দ্ৰকন্দলী আৰু ৰত্নভাৰতী নামৰ তেওঁৰ দুজন পুত্ৰ আছিল। সাগৰৰ জ্যেষ্ঠপুত্ৰ শ্ৰীচন্দ্ৰ কন্দলীৰ বনমালা নামেৰে এজনী কন্যা আছিল। দিহিঙ্গাবন্ধৰ নিবাসী বাণী ঠাকুৰৰ কনিষ্ঠ পুত্ৰ ধ্বজলৈ বনমালাক বিয়া দিয়া হৈছিল। বিয়াৰ পিছত ধ্বজে পত্নী সহ কামৰূপৰ অন্তৰ্গত পবিত্ৰ তীৰ্থস্থান হাজোত বাস কৰিবলৈ লয়। ধ্বজে সত্ৰ প্ৰতিষ্ঠা কৰি 'ভাগৱত পুৰাণ' চৰ্চাত মনোনিৱেশ কৰে। পুৰাণ-সূৰ্য্য 'ভাগৱত'ত গভীৰ ব্যুৎপত্তি থকা বাবে ধ্বজে লাভ কৰে ৰত্ন পাঠক বিভূষা। ৰত্ন পাঠকৰ পুত্ৰ চাৰিজন ঃ হৰিচৰণ, ৰামচৰণ, অচ্যুত আৰু যদুমনি। জ্যেষ্ঠপুত্ৰ হৰিচৰণ শিশুকালৰে পৰা হৰি ভক্ত আছিল আৰু 'ভাগৱত-শাস্ত্ৰ'ত তেওঁৰ আছিল গভীৰ অনুৰক্তি।[১] দশম (মধ্য আৰু অন্ত্য) আৰু 'ৰামায়ণ'ৰ অনুবাদৰ প্ৰসংগতো

---

১। বৃত্ৰাসুৰ বধ, পদ ৪২১ - ৩৩

কন্দলীয়ে দীৰ্ঘ পৰিসৰ বিশিষ্ট আত্ম-পৰিচয় নিদিয়াকৈ থকা নাই। কন্দলীৰ পিতৃদত্ত নাম আছিল হৰিচৰণ, ব্যাকৰণত থকা অসামান্য পাণ্ডিত্যৰ বাবে হৰিচৰণে লাভকৰে চন্দ্ৰ ভাৰতী উপাধি। তৰ্কশাস্ত্ৰত (ন্যায়ত) থকা বিশাল আৰু গভীৰ পাণ্ডিত্যৰ বাবে চন্দ্ৰভাৰতীয়ে লাভ কৰে অনন্ত কন্দলী বিভূষা। 'ভাগৱত-শাস্ত্ৰ'ত থকা অতুলনীয় পাণ্ডিত্য আৰু গভীৰ জ্ঞানৰ বাবে তেওঁ ভাগৱতাচাৰ্য্য আৰু ভাগৱত ভট্টাচাৰ্য্য বিভূষা দুটি লাভ কৰে ঃ

*ৰত্ন পাঠক নামে পণ্ডিত পৰম। ভাগৱত শাস্ত্ৰে যাৰ আছিল বিক্ৰম।।*
*শ্ৰীহৰিচৰণ নামে তাহান সন্ততি। ব্যাকৰণ পঢ়ি নাম শ্ৰীচন্দ্ৰ ভাৰতী।।*
*তৰ্কত লভিলা নাম অনন্ত কন্দলী। ভাগৱতে আচাৰ্য্য পদবী ভৈল বলী।।*
*ভাগৱত ভট্টাচাৰ্য্য বোলে আৰ্য্যজনে। তেহো বিৰচিলা পদ কৃষ্ণৰ চৰণে।।*[২]

'ৰামায়ণ'ৰ অনুবাদৰ প্ৰসংগতো কন্দলীয়ে দীৰ্ঘ পৰিসৰ বিশিষ্ট আত্ম-পৰিচয় জ্ঞাপক বৰ্ণনা উপস্থাপন কৰিছে। এই বৰ্ণনাৰ পৰা জনা যায় যে, কামৰূপ মধ্যেসাৰ হাজো তীৰ্থস্থান মণিকূট পৰ্বতত অৱস্থিত। ইয়াতেই জনাৰ্দন-হয়গ্ৰীৱৰ মন্দিৰ। মণিকূট গিৰিৰ কাষেৰে মহাবাহু লৌহিত্য চিৰ প্ৰৱহমান। অপূৰ্ণৰ্ভৱ, গোকৰ্ণ, হৰ-কামেশ্বৰ, কেদাৰ আদি থানেৰে হাজো চিৰ পৱিত্ৰ। পৱিত্ৰ স্থান হাজোত কৃষ্ণৰ-কিংকৰ ৰত্ন পাঠকে বাস কৰিছিল আৰু 'চিৰ সত্ৰ' পাতি লোক-সমাজত 'ভাগৱত-শাস্ত্ৰ' প্ৰবৰ্তাইছিল। তেওঁৰেই পুত্ৰ হৰিচৰণে অনন্ত কন্দলী ৰূপে খ্যাত হৈ 'ভাগৱত' সমল সংমিশ্ৰণ কৰি 'ৰামায়ণ' ৰচিছিল ঃ

*হাজো হেন নাম। পৱিত্ৰ উত্তম। স্থান কামৰূপৰ মাঝে।*
*মণিকূট গিৰি। শিখৰত আছা। হয়গ্ৰীৱ দেৱ ৰাজে।।*
*কাষতে লৌহিত্য। বহন্ত পৱিত্ৰ। কুণ্ড আছে সেহি স্থান।*
*অপূৰ্ণৰ্ভৱ। নাহি জন্ম পুনৰ্বাৰ। যাহাত কৰিলে স্নান।। .......*

*তথা দ্বিজবৰ। কৃষ্ণৰ কিংকৰ। আছিলা ৰত্ন পাঠক।*
*ভাগৱত-শাস্ত্ৰ। প্ৰৱৰ্ত্তাইলা তাত। পাতিয়া চিৰ সত্ৰক।।*
*এথা উতপতি। তাহান সন্ততি। নামত হৰিচৰণ।*
*অনন্ত কন্দলী। পাছে খ্যাত ভৈলা। হৰি ভৈলা সুপ্ৰসন্ন।।*[৩]

তেনেদৰে অনন্ত কন্দলীয়ে 'অৰণ্য কাণ্ড'[৪] আৰু 'কিষ্কিন্ধ্যাকাণ্ড'[৫]তো আত্ম-পৰিচয় প্ৰকাশক দীঘলীয়া বৰ্ণনা উপস্থাপন কৰিছে।

---

২। দশ, পদ ৩০৮৭ - ০৯৪

৩। অযোধ্যাকাণ্ড, পদ ৮০২ - ০৫

৪। অৰণ্যকাণ্ড, পদ ৭৭৯ - ৮২

৫। কিষ্কিন্ধ্যাকাণ্ড, পদ ৫১৮ - ২০

অনন্দ কন্দলী আছিল বৰ তাৰ্কিক। বিশিষ্ট ভাগৱতী স্বৰূপে তেওঁৰ পিতৃ ৰত্ন পাঠকৰ খ্যাতি বৈ বৈ যোৱা আছিল, যদিও অনন্ত কন্দলীৰ অন্তৰত তাদৃশ ভাগৱত-ৰতি জন্মা নাছিল, যিহেতু তেওঁৰ মন-প্ৰাণ সততে নীৰস তৰ্ক শাস্ত্ৰতহে নিমজ্জিত হৈ আছিল। অৱশেষত তেওঁৰ তৰ্কিপ্ৰয় নীৰস মতি ভাগৱত-প্ৰেম-ৰতিত দ্ৰবীভূত হৈ পৰে। কৱিৰ ভাষাত ঃ

*অনন্ত কন্দলী। নাম মাত্ৰ ভৈল খ্যাত। কাৰ্য্য কিছু নভৈল তাহাৰ।*

*নাৰাধিলো একোদেৱ। নকৰিলো ৰাজসেৱ। একোশাস্ত্ৰ নজানিলো আৰ।।*

*নাচাহিলো কাব্যকোষ। কাতো নাহি পৰিতোষ। তৰ্কতো কৰ্কশ ভৈল মতি।*

*একে ভাগৱত শাস্ত্ৰে। চিত্তক তুষিলা মোৰ। তাতেসে দ্ৰবিল প্ৰেম ৰতি।।*[৬]

অনন্ত কন্দলী আছিল সংস্কৃত পণ্ডিত। ইচ্ছাকৰা হেতেন তেওঁ দেৱ ভাষা সংস্কৃতত কাব্য প্ৰণয়ন কৰিব পাৰিলেহেতেন, কিন্তু লোক - সাধাৰণৰ বাবে সংস্কৃত অবোধগম্য, গতিকে লোক সমাজে যাতে সংস্কৃত শাস্ত্ৰাদিত থকা জ্ঞান লাভ কৰি হৰি-ভক্তি-প্ৰেম প্ৰৱাহত অৱগাহন কৰি পৰমানন্দ লাভ কৰিব পাৰে তদুদ্দেশ্যে তেওঁ লোক-ভাষাত (দেশীভাষাত) কাব্যাদি প্ৰণয়ন কৰিছে ঃ

শ্লোক সংস্কৃতে আমি। লিখিবাক ভাল জানি। তথাপি কৰিবো পদবন্ধ। স্ত্ৰী শূদ্ৰ আদি যত। জানোক পৰম তত্ত্ব। শ্ৰৱণত মিলয় আনন্দ।।[৭]

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে, অনন্ত কন্দলীৰ জন্মস্থান হাজো। প্ৰায়বিলাক পণ্ডিতেই এই মতটো গ্ৰহণ কৰিছে। অৱশ্যে প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে এই সন্দৰ্ভত বিভিন্ন মত পোষণ কৰে। তেওঁৰ মতে অনন্ত কন্দলীৰ জন্ম হৈছিল নগাওঁ জিলাৰ অন্তৰ্গত কদলি ৰাজ্যত। চৌধুৰীৰ ভাষাত ঃ

*This kingdom of Nārerājya is located by some in Manipur or Burma or Cāchār or even in the North-Western Frontier, but it is rather to be located in the Kadali, Nowgong, ruled probably by Kachāri or Jayantiyā queen, enjoying the liberty accorded to women by Tāntrik-Buddhists, and possibly as a feudatory of the pālas of Assam. This place at a later time became associated with the birth of two noted Assamese writers, Mādhava Kandali and Ananta Kandali.*[৮]

---

৬। দশম, পদ ৩০৯১

৭। প্ৰা. গ্ৰ., পদ ৩০৯৪

৮। P.C. Chaudhury : The History of Civilisation of the people of Assam (D.H.A.S. Gauhati, 1996) P. 229

প্ৰাক্ বৈষ্ণৱ যুগৰ অপ্ৰমাদী কবি মাধৱ কন্দলীৰ জন্ম যে নগাওঁত হৈছিল তাত কাৰো দ্বিমত থাকিব নোৱাৰে, কিন্তু অনন্ত কন্দলীৰ জন্ম কেতিয়াও নগাঁৱত হোৱা নাছিল। কবিয়ে নিজেই যেতিয়া তেওঁৰ ৰচনাৱলীৰ অনেক ঠাইত আত্মপৰিচয় মূলক বৰ্ণনা দিয়াৰ প্ৰসংগত হাজোৰেই তেওঁৰ জন্মস্থান বুলি উল্লেখ কৰিছে তেনে ক্ষেত্ৰত চৌধুৰীৰ এই অনুমান মানি লব নোৱাৰি। দ্বিতীয়তে 'গোৰক্ষ-বিজয়' আৰু 'ময়নামতীৰ-গীত'ত উল্লেখ থকা 'কদলি-ৰাজ্য'ৰ লগত 'কন্দলী' শব্দটোৰ কোনো সম্পৰ্ক নাই। 'কন্দলী' উপাধি বিশেষ, ন্যায়ত পাণ্ডিত্য লাভ কৰোতাজনক সাধাৰণতে এই উপাধি প্ৰদান কৰা দেখা যায়। প্ৰমাণ স্বৰূপে আমি শ্ৰীধৰৰ 'ন্যায়-কন্দলী' গ্ৰন্থলৈ আঙুলিয়াব পাৰোঁ।

(খ) চৰিতপুথি ঃ 'কথা-গুৰু চৰিত'ত অনন্ত কন্দলীৰ নাম আৰু তেওঁৰ পাণ্ডিত্যৰ বিষয়ে উল্লেখ কৰা হৈছে। এইখন চৰিত্ৰ-পুথিৰমতে অনন্ত কন্দলী ওৰফে মধু ভাৰতীৰ ঘৰ আছিল পোতনি পাথৰিত। তেওঁ এগৰাকী বিখ্যাত পণ্ডিত তথাপি হৰি বিমুখ, শাক্ত। তেওঁ ধৰ্মপূজক। ধৰ্মদেৱতাই বৃষভৰূপে ব্যক্ত হৈ কন্দলীৰ পূজা গ্ৰহণ কৰিছিল। তেওঁৰ পত্নী গৰাকী কিন্তু বিষ্ণু-ভক্তা আৰু সতী-সাধ্বী। হৰি-গুণ-কীৰ্ত্তন আৰু শংকৰদেৱৰ মাহাত্ম্য কীৰ্ত্তন কৰা হেতু কন্দলীয়ে তেওঁৰ পত্নীক এদিন প্ৰহাৰ কৰিলে। সেইদিনা ধৰ্মদেৱতাই পূৰ্বৰদৰে কন্দলীৰ পূজা গ্ৰহণ নকৰিলে। পত্নীৰ উপদেশানুক্ৰমে যন্ত্ৰণা-পীড়িত ধৰ্ম-পূজক কন্দলীয়ে যাত্ৰা কৰিলে - বৰদোৱা অভিমুখে, শংকৰদেৱৰ সাক্ষাৎ লাভ কৰিবলৈ। বৃষভৰূপী ধৰ্মদেৱতাক তেওঁ শংকৰদেৱৰ ওচৰত শুই থকা দেখিবলৈ পালে। বৃষভৰূপী ধৰ্মদেৱতাক নিবৰ বাবে কন্দলীয়ে অশেষ চেষ্টা কৰি ব্যৰ্থ হৈ অৱশেষত তেওঁ শংকৰদেৱৰ ওচৰত শৰণ লয়।

ৰামচৰণ ঠাকুৰৰ 'গুৰুচৰিত' মতে অনন্ত কন্দলী আৰু তেওঁৰ পিতৃ ৰত্ন পাঠক, শংকৰদেৱৰ কন্যা মনুৰ বিয়ালৈ নিমন্ত্ৰিত হৈছিল।[১০] এই চৰিত পুথি খনৰ মতে কোনো বা এজন বিবাদপৰায়ণ অনন্ত কন্দলীয়ে শংকৰদেৱৰ বিৰুদ্ধে আহোম স্বৰ্গদেৱৰ ৰোষ জগাই তুলিবলৈ অপচেষ্টা কৰিছিল।[১১] ইয়াৰ ব্যতিৰেক ৰামচৰণ ঠাকুৰৰ 'গুৰু চৰিত্ৰত' উল্লেখ আছে যে, কবি অনন্ত কন্দলীয়ে 'দশম স্কন্ধ অনুবাদ কৰিবলৈ শংকৰদেৱৰ ওচৰত প্ৰাৰ্থনা কৰিছিল।[১২] ভূষণ-দ্বিজৰ "শ্ৰীশ্ৰীশংকৰদেৱ"ৰ মতে অনন্ত কন্দলীয়ে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা হেতু ক্ৰোধপৰায়ণ হৈ মহাৰাজ নৰনাৰায়ণে কন্দলীক শাস্তি বিহিবৰ বাবে নয়নানন্দ বিষয়াক নিৰ্দেশ দিছিল।[১৩] দৈত্যাৰি ঠাকুৰৰ 'গুৰু-

---

৯। উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সম্পা) ঃ কথাগুৰু চৰিত, পৃঃ ৪১

১০। ৰামচৰণ ঠাকুৰ ঃ গুৰু চৰিত, পদ ৩৯৬

১১। প্ৰা. গ্ৰ. পদ ৫৫৮

১২। প্ৰা. গ্ৰ., পদ ৭৯৪ - ৯৫

১৩। ভূষণদ্বিজ ঃ শ্ৰীশ্ৰীশঙ্কৰদেৱ, পদ ৭৫৫

চৰিত'ত অনন্ত কন্দলী সম্পৰ্কীয় কোনো সমল পোৱা নাযায়। ৰমানন্দ দ্বিজৰ "শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত'ত উল্লেখ আছে যে অনন্ত কন্দলী সন্ত বংশী গোপাল দেৱে পতা ৪৫ জন মেধিৰ অন্যতম।[১৪] 'বৰদোৱা-চৰিত' মতে শংকৰদেৱৰ নিৰ্দেশ মতে কবি অনন্ত কন্দলীয়ে মধ্য আৰু অন্ত্য দশম 'পদ বন্ধে' অসমীয়ালৈ অনুবাদ কৰে।[১৫]

ওপৰত বিভিন্ন 'চৰিত-পুথি'ত সন্নিবিষ্ট অনন্ত কন্দলী সম্পৰ্কীয় বৰ্ণনাৰ মূল মূল আভাস দিয়া হৈছে। এতিয়া এই বৰ্ণনা সমূহ কিমান দূৰ সত্য এই বিষয়ে তলত আলোচনা কৰা হ'ল ঃ

'কথা-গুৰু চৰিত'ত পৰিৱেশন কৰা অনন্ত কন্দলী সম্পৰ্কীয় বৰ্ণনাসমূহ অনেক ক্ষেত্ৰত উদ্দেশ্য প্ৰণোদিত, উদ্ভট আৰু বিদ্বেষ ভাৱাপন্ন। প্ৰথমতে, অনন্ত কন্দলী কেতিয়াও শাক্ত নাছিল। তেওঁৰ পূৰ্ব পুৰুষ সকলো আছিল বৈষ্ণৱ, - 'ভাগৱত-পুৰাণ' পঠন-পাঠন, চিন্তন-চৰ্চ্চন আৰু আবৃত্তি তেওঁলোকৰ এটি বিশেষ গুণ আছিল। এই সন্দৰ্ভত কন্দলীয়ে নিজেই উল্লেখ কৰিছে ঃ

*পিতৃকুল অনুসাৰে। মহাভাগৱত শাস্ত্ৰে। কৃষ্ণে উপজাইল কিছুৰতি।।*[১৬]

*কৃষ্ণৰ প্ৰসাদে। ভাগৱত শাস্ত্ৰে। ভৈলা তান কিছো মতি।।*[১৭]

অনন্ত কন্দলী আৰু তেওঁৰ পিতৃ ৰত্ন পাঠক হাজোৰ হয়গ্ৰীৱ মাধৱ-মন্দিৰৰ ওচৰতে বাস কৰিছিল। কন্দলীৰ পিতৃ ৰত্ন পাঠক আছিল বৈষ্ণৱ ধৰ্মৰ অকুণ্ঠ সমৰ্থক, ভাগৱত পঠন-পাঠন আছিল তেওঁৰ প্ৰধান গুণ, আনকি তেওঁ 'ভাগৱত-সত্ৰ'ও পৰিচালনা কৰিছিল।[১৮] অনন্ত কন্দলী যে শাক্ত নাছিল, তেওঁ যে বৈষ্ণৱহে আছিল ইয়াৰ পৰাই এই কথা স্পষ্টকৈ জানিব পাৰি।

দ্বিতীয়তে, অনন্ত কন্দলীৰ অন্য এটি নাম মধুভাৰতী আছিল বুলি কেতিয়াও মানি লব নোৱাৰি। অনন্ত কন্দলীৰ ৰচনাৱলীত তেওঁৰ বিভিন্ন নাম আৰু বিভূষা, যেনেঃ হৰিচৰণ, চন্দ্ৰ ভাৰতী, অনন্ত কন্দলী, ভাগৱত ভট্টাচাৰ্য্য আৰু ভাগৱত আচাৰ্য্যৰ উল্লেখ পোৱা যায় কিন্তু কোনো এখন গ্ৰন্থতে তেওঁ কোনো প্ৰসংগতে কেতিয়াও মধু ভাৰতী নামটো উল্লেখ কৰা নাই। তেওঁৰ এটা নাম মধুভাৰতী হোৱাহেঁতেন কৰবাত নহয় ক'ৰবাত এই নামটো উল্লেখ নকৰাকৈ নাথাকিলহেঁতেন। গতিকে আমি কবলৈ

---

১৪। মহেশ্বৰ নেওগ (সম্পা) ঃ শ্ৰীশ্ৰীবংশীগোপাল দেৱৰ চৰিত, পাতনি, পৃঃ ২০-২১

১৫। (......................) (সম্পা) ঃ বৰদোৱা গুৰু চৰিত্ৰ, পৃঃ ১২৭

১৬। দশম, পদ ৩০৯০

১৭। বৃত্ৰাসুৰ বধ, পদ ৪১২

১৮। দশম, পদ, ৩০৮৯ - ০৯০

বাধ্য হৈছোঁ যে, 'কথা গুৰু চৰিত'ত উল্লেখ থকা মধুভাৰতী ওৰফে অনন্ত কন্দলী, ব্যাকৰণ স্মৃতি-ভাগৱত-পণ্ডিত কবি অনন্ত কন্দলী হ'ব নোৱাৰে।

তৃতীয়তে, 'কথা গুৰু চৰিত' অনুসৰি অনন্ত কন্দলীয়ে 'আদি দশম' অনুবাদ কৰিছিল, কিন্তু কাৰ্য্যতঃ এই কাম শংকৰদেৱেহে সম্পাদন কৰিছিল। গতিকে 'কথা-গুৰু চৰিত'ৰ এই মন্তব্যটো সত্যৰ অপলাপৰ বাহিৰে অন্যএকো নহয়। অন্যহাতে উক্ত 'চৰিত'ৰ মতে কন্দলীয়ে 'ৰাম-কীৰ্ত্তন', 'ৰাম-গুণ-মালা', 'ঘুনুচা-কীৰ্ত্তন' আদি ৰচনা কৰিছিল, কিন্তু ভাগৱতাচাৰ্য্য অনন্ত কন্দলীয়ে এইবোৰ গ্ৰন্থ ৰচনা কৰা নাছিল।

চতুৰ্থতে, 'কথা-গুৰু চৰিত'ত এই কথাখিনি কোৱা হৈছে শংকৰদেৱ বৰদোৱাত থকা সময়ত। অনন্ত কন্দলীৰ বাসস্থান হাজো। তেনে স্থলত কন্দলীয়ে শংকৰদেৱক তৎক্ষণাৎ বৰদোৱাত লগ পোৱাৰ সম্ভাৱনা বৰ কম।[১৯]

পঞ্চমতে, 'কথা গুৰু চৰিত'ৰ মতে অনন্ত কন্দলীৰ জন্ম স্থান আছিল - পতনি পাথৰি। কোনো কোনো পণ্ডিতে এই মতটো গ্ৰহণো কৰিছে। কিন্তু অনন্ত কন্দলীয়ে তেওঁৰ ৰচনাৰ ক'তোতে পতনি পাথৰি নামটোৰ উল্লেখ কৰা নাই। তেওঁ হাজো, বৌতা, দিহিঙ্গাবন্ধ আদি ঠাইৰ নাম উল্লেখ কৰিছে। অন্যহাতে কন্দলীয়ে সুনিশ্চিত ভাবে ঘোষণা কৰিছে যে, তেওঁৰ জন্মস্থান হাজো। গতিকে কথা-গুৰু চৰিত'ৰ এই অনুমানটোও সত্যৰ ওপৰত প্ৰতিষ্ঠিত হ'ব নোৱাৰে।

ৰামচৰণ ঠাকুৰৰ 'গুৰু-চৰিত'ত অনন্ত কন্দলী সম্পৰ্কত পৰিৱেশন কৰা বৰ্ণনাংশ দ্বিধাবিহীন ভাবে গ্ৰহণ কৰিব নোৱাৰি, যিহেতু মনুৰ বিৱাহোৎসৱ অনুষ্ঠিত হৈছিল বৰদোৱাত, অনন্ত কন্দলী থাকে হাজোত, তেনে অৱস্থাত যান-বাহনৰ সুযোগ-সুবিধা নথকা কালত এজন মানুহে খোজ কাঢ়ি প্ৰায় ১৫০ কিলোমিটাৰ অতিক্ৰম কৰি বিয়ালৈ যোৱাটো সহজসাধ্য নাছিল। গতিকে এই গৰাকী অনন্ত কন্দলী হাজোৰ অনন্ত কন্দলী নোহোৱাই স্বাভাবিক। দ্বিতীয়তে, অনন্ত কন্দলীয়ে শংকৰদেৱৰ বিৰুদ্ধে ৰাজৰোষ জগাবলৈ চেষ্টা কৰা কথাষাৰ পৰিহাৰ কৰাই শ্ৰেয়ঃ, কাৰণ কন্দলী আছিল পৰম বৈষ্ণৱ আৰু শংকৰদেৱৰ প্ৰতি তেওঁৰ আছিল অসীম শ্ৰদ্ধা আৰু আনুগত্য।

ভূষণ দ্বিজৰ সুৰতে সুৰ মিলাই আমিও কব পাৰোঁ যে, অনন্ত কন্দলীয়ে নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। ৰমানন্দ দ্বিজৰ উক্তি এই কাৰণেই মানি লব নোৱাৰি যে, বংশী গোপালদেৱ কবি অনন্ত কন্দলীতকৈ বয়সত সৰু আছিল আৰু তেওঁক কোনো দিনে কাঁহিকুছিৰ মেধিপতা নাছিল। এই গৰাকী আন কোনোবা অনন্ত কন্দলী হ'ব পাৰে।

চৰিত-পুথি সমুহে অনন্ত কন্দলীৰ জীৱন-বৃত্ত সম্পৰ্কে নিৰ্ভৰযোগ্য আৰু প্ৰামাণিক সমল যোগাব নোৱাৰিলেও আমি এই বৰ্ণনাৰাজিৰপৰা অনুমান কৰিব পাৰোঁ যে,

১৯। সত্যেন্দ্ৰ নাথ শৰ্মা ঃ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ১৩৬

অনন্ত কন্দলী শংকৰদেৱতকৈ বয়সত সৰু আছিল আৰু শংকৰদেৱৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেওঁ নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ আৰু পুষ্টি সাধনত মনোনিৱেশ কৰিছিল।

অনন্ত কন্দলীয়ে সম্ভৱ ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰা নাছিল, লাভ কৰা হেঁতেন তেওঁ নিশ্চয় উল্লেখ কৰিলেহেঁতেন। অৱশ্যে কেশৱ দাস দলপতিৰ পৰা অনুপ্ৰেৰণা লাভ কৰাৰ বিষয়ে তেওঁ স্পষ্ট আৰু দ্বিধাহীনভাৱে উল্লেখ কৰিছে।[২০]

(গ) বংশাৱলী সাহিত্য ঃ সূৰ্য্যখড়ি দৈৱজ্ঞ বিৰচিত 'দৰঙ্গৰাজবংশাৱলী'ৰ মতে মহাৰাজ নৰনাৰায়ণে, গৌড়-কামৰূপৰ পৰা পণ্ডিতসকলক আমন্ত্ৰণ কৰি আনি 'সত্ৰ-দেৱাল' পাতিছিল আৰু সেই আহূত পণ্ডিত সকলক 'পূৰ্ব শাস্ত্ৰাদি' নব্যভাৱে ৰচনা কৰিবলৈ অনুৰোধ কৰিছিল। তদনুক্ৰমে পুৰুষোত্তম ভট্টাচাৰ্য্যক প্ৰয়োগৰত্নমালা ব্যাকৰণ' প্ৰণয়ন কৰিবলৈ, ৰাম সৰস্বতীক 'ভাৰত'ৰ পদ ৰচনা কৰিবলৈ, শংকৰদেৱক দ্বাদশ স্কন্ধ ভাগৱত 'পদ-বন্ধে' ৰচিবলৈ, শ্ৰীধৰক 'জ্যোতিষ' ভাঙি 'সাধ্যখণ্ড' ৰচিবলৈ, বকুল কায়স্থক 'লীলাৱতী' অনুবাদ কৰিবলৈ অনুৰোধ কৰে।[২১] 'দৰঙ্গৰাজবংশাৱলী'ৰ এই বৰ্ণনাত অনন্ত কন্দলীৰ নামোল্লেখ কৰা হোৱা নাই। ৰজা নৰনাৰায়ণে কবি ৰাম সৰস্বতীক 'ৰামায়ণ' অনুবাদ কৰিবলৈ অনুৰোধ কৰিছিল, যদিও স্বৰূপাৰ্থত ৰাম সৰস্বতীয়ে 'ৰামায়ণ' অনুবাদ কৰা নাছিল ঃ

*শুনিয়োক আজ্ঞামোৰ ৰাম সৰস্বতী। ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি।।*
*আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত। শ্লোকক ভাঙিয়া পদ কৰিয়ো সাম্প্ৰত।।*[২২]

স্বৰূপাৰ্থত সেই সময়ত অনন্ত কন্দলীয়ে হে 'ৰামায়ণ' 'পদ-বন্ধে' অনুবাদ কৰিবলৈ লৈছিল। অন্যহাৰে 'দৰঙ্গ ৰাজ বংশাৱলী'ৰ ওপৰত উল্লিখিত বৈপৰীত্যমূলক উক্তিৰ পৰা আমি অনুমান কৰিব পাৰোঁ যে, নৃপতি নৰনাৰায়ণে অনন্ত কন্দলীকহে 'ৰামায়ণ' অনুবাদ কৰিবলৈ নিৰ্দেশ দিছিল, ৰাম সৰস্বতীক নিৰ্দেশ দিয়া নাছিল। অৱশ্যে এইটোও সত্য যে, অনন্ত কন্দলীয়ে তেওঁৰ ৰচনাৱলীৰ কোনো ঠাইতে কোচ নৃপতি নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰাৰ বিষয়ে উল্লেখ কৰা নাই, কিন্তু ঐতিহ্য আৰু জনশ্ৰুতিৰমতে চন্দ্ৰভাৰতীৰ (অনন্ত কন্দলীৰ) ভাগৱত ব্যাখ্যা আৰু আবৃত্তিত সন্তুষ্ট হৈ কন্দলীৰ প্ৰতিভাৰ সন্মানাৰ্থে মহাৰাজ নৰনাৰায়ণে ৰাজ দুৱাৰৰ ওচৰত এটি মণ্ডপ নিৰ্মাণ কৰাই দিয়াইছিল — যাক আজিও 'চন্দ্ৰ ভাৰতীৰ মণ্ডপ' ৰূপে জনা যায়। এই মণ্ডপৰ এটি শিলত এইদৰে খোদিত কৰা হৈছিল ঃ

*শীতে তৰণি তাপেন গ্ৰীষ্মে লৌহিত্যবায়ুনা।*
*সুখদোখিললোকানাং মণ্ডপঃ চন্দ্ৰভাৰতেঃ।।*[২৩]

---

২০। দশম, পদ ৪৩৫১ - ৩৫৪

২১। নবীন চন্দ্ৰ শৰ্মা (সম্পা) ঃ দৰঙ্গৰাজবংশাৱলী, পদ ৬০৪ - ১০

২২। প্ৰা. গ্ৰ., পদ, ৬০৬ - ০৭

২৩। K.L. Barua : Early History of kamarupa, P. 215

**(ঘ) আধুনিক সমীক্ষকৰ ৰচনা :** ওপৰৰ আলোচনাৰ পৰা প্ৰতীয়মান হয় যে, অনন্ত কন্দলীয়ে নৃপতি নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰিছিল। কনক লাল বৰুৱাৰ মতেও কন্দলীয়ে নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰিছিল।[২৪] বাণীকান্ত কাকতি[২৫], বিৰিঞ্চিকুমাৰ বৰুৱা[২৬], হেমবৰুৱা[২৭] আদি প্ৰতিতযশা পণ্ডিত সকলেও কনকলাল বৰুৱাৰ অনুমানৰ অনুকূলে মত পোষণ কৰে। অনন্ত কন্দলীয়ে যে, মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰিছিল তাৰ আভাস এডৱাৰ্ড গেইটৰ লেখাৰ পৰাও পোৱা যায় : Naranārāyana was a great patron of learning, and some of the best known Assamese writings date from his reign. Many vaisnava hymns and homilies were written by Sankaradeva and Mādhavadeva, Purusottama Vidyāvāgisa Compiled a grammer and Ananta Kandli translated the Bhāgavata and other books into Assamese.[২৮]

পণ্ডিতসকলৰ মতৰ অনুকূলে গৈ কব পাৰি যে, অনন্ত কন্দলীয়ে ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰিছিল। দ্বিতীয়তে, কন্দলী যদিও শংকৰদেৱৰ সমসাময়িক আছিল তত্ৰাচ তেওঁ শংকৰদেৱতকৈ বয়সত সৰু আছিল। ইয়াৰ স্পষ্ট আভাস কন্দলীয়ে নিজেই দিছে, যেনে :

*আছিল কায়স্থ কৃষ্ণ কিঙ্কৰ শঙ্কৰ। তেহো ভাগৱত কথা ৰচিলা সুন্দৰ।।*
*যাতহন্তে ভৈল কৃষ্ণ কথাৰ প্ৰসিদ্ধি। জানিলেক লোকে ভকতি সে নৱনিধি।।*
*সিটো মহন্তৰ কথা কহিবো মহত। যাৰ কৃষ্ণ কথা গীতে ব্যাপিলে জগত।।*
*নামতে কায়স্থ মহা হৰিত ভকত। কৃষ্ণ স্মৰি স্থিত ভৈলা বৈকুণ্ঠত।।*[২৯]

অনন্ত কন্দলীৰ নিজা উক্তি আৰু কালিৰাম মেধি, বিৰিঞ্চি কুমাৰ বৰুৱা, সূৰ্য্য কুমাৰ ভূঞা, বাণীকান্ত কাকতি, সত্যেন্দ্ৰ নাথ শৰ্মা, মহেশ্বৰ নেওগ আদি পণ্ডিতসকলৰ সিদ্ধান্তৰ ওপৰত নিৰ্ভৰ কৰি কব পাৰি যে, অনন্ত কন্দলী খৃঃ ষোড়শ শতিকাৰ প্ৰথম দুই দশকৰ ভিতৰত জন্ম লাভ কৰি উক্ত শতিকাৰ শেষ ভাগলৈ জীৱিত আছিল।

**ৰচনাৱলী :** অনন্ত কন্দলীৰ নামত নানা পুথি সামৰা হয় যদিও সকলোবিলাক চালি-জাৰি চাই কব পাৰিযে, তেওঁ 'কুমৰ হৰণ কাব্য', 'বৃত্ৰাসুৰবধ কাব্য', 'জীৱতুতি',

২৪। I bid
২৫। বাণীকান্ত কাকতি : পুৰণি অসমীয়া সাহিত্য, পৃঃ ২৬
২৬। B.K. Barua : History of Assamese Literatue, P. 58
২৭। H. Barua : Assamese Literature, P. 60
২৮। E. Gait : A History of Assam, P. 61
২৯। দশম, পদ, ৪৩৪৭ - ৩৪৮

'বৈষ্ণৱামৃত', 'ৰামায়ণ' আৰু 'মধ্য-অন্ত্যদশম' ৰচনা কৰিছিল। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ সৌজন্যত অনন্ত কন্দলীকৃত দুখন সংস্কৃত পুথিৰ সম্ভেদ পোৱা গৈছে ঃ 'কল্পদ্ৰুম' আৰু 'নীতিৰত্ন'।

অনন্ত কন্দলীৰ ৰচনাৱলীৰ সময় নিৰূপণ কৰা কষ্ট সাধ্য হলেও বাহ্য আৰু অন্তৰংগ বিভিন্ন প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি গ্ৰন্থসমূহৰ এটি সাধাৰণ ক্ৰম নিৰ্ণয় কৰিব পাৰি। চৰিত-পুথিসমূহে বাহ্য প্ৰমাণৰ সমল যোগায়। অন্তৰংগ প্ৰমাণ সমূহ বিশেষ ভাৱে নিৰ্ভৰ কৰে ভাষা, শৈলী, পুথিৰ মূল, বিষয়বস্তু, দাৰ্শনিক চিন্তাধাৰা আদিৰ ওপৰত। আদি বয়সৰ ৰচনাত অনন্ত কন্দলীয়ে অভ্ৰান্তভাৱে চন্দ্ৰভাৰতী বিভূষা প্ৰয়োগ কৰিছে আৰু এই সময়ৰ ৰচনাত কল্পনাৰ চঞ্চল বিলাসৰ পৰিচয় পোৱা যায়। দ্বিতীয়তে, আদি বয়সৰ ৰচনাত তেওঁ প্ৰায়ে নিজকে 'শিশুমতি' আৰু 'কৃষ্ণ কিঙ্কৰ' স্বৰূপে চিনাকি দিছে। আগ বয়সৰ ৰচনাত শংকৰদেৱৰ প্ৰতি তেওঁৰ গভীৰ আনুগত্য প্ৰকাশ পোৱা নাই। পৰৱৰ্তী ৰচনাৱলীত তেওঁ প্ৰায়ে অনন্ত কন্দলী, ভাগৱত ভট্টাচাৰ্য্য আৰু ভাগৱত আচাৰ্য্য (ভাগৱতাচাৰ্য্য) আদি বিভূষা প্ৰয়োগ কৰিছে। ভাব আৰু ভাষাত সংযম আৰু ধৰ্মীয় আৰু দাৰ্শনিক চিন্তাধাৰাৰ গম্ভীৰতা, শংকৰদেৱৰ প্ৰতি আনুগত্য প্ৰকাশ আৰু কাব্যিক পৰিপূৰ্ণতা পৰৱৰ্তী ৰচনাৱলীৰ বিশেষত্ব। কবি অনন্ত কন্দলীৰ কাব্যিক পৰিপূৰ্ণতা বিকাশৰ বিভিন্ন স্তৰলৈ লক্ষ্য কৰি তেওঁৰ ৰচনাসমূহ তলত দিয়া ধৰণে কালানুক্ৰমিকভাৱে ভাগ কৰি দেখুৱাব পাৰি, যেনে ঃ

(ক) আদিকাল ঃ আনুমানিক খৃঃ ১৫৪০ চনলৈকে বিস্তৃত। এই কালছোৱাত ৰচিত গ্ৰন্থ সমূহ ঃ

(১) কুমৰ-হৰণ কাব্য আৰু (২) বৃত্ৰাসুৰ বধ কাব্য।

(খ) মধ্যকাল ঃ আনুমানিক খৃঃ ১৫৫০ চনলৈকে। এইকালচোৱাত ৰচিত পুথি সমূহ ঃ

(১) নীতিৰত্ন (সংস্কৃত) (২) কল্পদ্ৰুম (সংস্কৃত) (৩) জীৱতুতি (৪) বৈষ্ণৱামৃত।

(গ) অন্ত্যকাল ঃ প্ৰায় খৃঃ ১৫৯০ চনলৈকে বিস্তৃত। অন্ত্যকাল ছোৱাত ৰচিত গ্ৰন্থৰাজি ঃ

(১) ৰামায়ণ আৰু (২) মধ্য আৰু অন্ত্য দশম।

বিষয়বস্তু অনুসৰি অনন্ত কন্দলীৰ ৰচনাৱলী তলত দিয়া ধৰণে ভাগ কৰি দেখুৱাব পাৰি ঃ

(ক) কাব্য ঃ (১) কুমৰ-হৰণ (২) বৃত্ৰাসুৰ বধ

(খ) ধৰ্মতত্ত্ব সম্পৰ্কীয় ঃ (১) জীৱতুতি (২) বৈষ্ণৱামৃত

(গ) ভাগৱত পুৰাণৰ অনুবাদ ঃ (১) দশম (মধ্য আৰু অন্ত্য)

(ঘ) ৰামায়ণ অনুবাদ ঃ (১) অযোধ্যাকাণ্ড (২) অৰণ্যকাণ্ড (৩) কিষ্কিন্ধ্যাকাণ্ড (৪) সুন্দৰাকাণ্ড (৫) লঙ্কাকাণ্ড

(ঙ) স্মৃতিশাস্ত্র সম্পাদন ঃ (১) নীতিৰত্ন (২) কল্পদ্ৰুম

কুমৰ হৰণ কাব্য ঃ অনন্ত কন্দলীয়ে কবিতাত মনোৰমকৈ কাহিনী কব জানে। 'কুমৰ হৰণ কাব্য' আৰু 'বৃত্ৰাসুৰবধ কাব্য' - কবিৰ এই বৈশিষ্ট্যৰ অনুপম স্বাক্ষৰ। 'ৰামায়ণ' আৰু 'ভাগৱত পুৰাণ'ত কবিৰ মন-প্ৰাণ সম্পূৰ্ণভাৱে নিমজ্জিত হোৱাৰ পূৰ্বেই কন্দলীয়ে 'কুমৰ হৰণ কাব্য' ৰচনা কৰে। 'কুমৰ হৰণ' কন্দলীৰ কবি-জীৱনৰ প্ৰথম নিৰ্মিতি, যত কন্দলীয়ে নিজকে চন্দ্ৰ ভাৰতীৰূপে চিনাকি দিছে। কাব্যখনিৰ কাহিনী ভাগ 'ভাগৱত-পুৰাণ'[৩০], 'হৰিৱংশ'[৩১] আৰু 'বিষ্ণু-পুৰাণ'ত[৩২] পোৱা যায়। 'ভাগৱত-পুৰাণ' আৰু 'বিষ্ণু-পুৰাণ'ত উষা-অনিৰুদ্ধৰ প্ৰণয় কাহিনীভাগ সংক্ষেপে বৰ্ণিত হৈছে, অন্যহাতে 'হৰিবংশ'ত কাহিনী ভাগ দীৰ্ঘ পৰিসৰ বিশিষ্ট। 'কুমৰ-হৰণ'ৰ কাহিনী ভাগৰ পৰিপুষ্টিত কবিয়ে সততে 'হৰিৱংশ'ৰ ওপৰত দৃষ্টি নিবদ্ধ কৰি 'ভাগৱত-পুৰাণ'ৰ আদৰ্শত কাব্য-কাহিনীভাগ পল্লৱিত কৰিছে। 'হৰিৱংশ'ত উষা-অনিৰুদ্ধ সম্পৰ্কীয় বৃত্তান্ত জন্মেজয়ৰ অনুৰোধক্ৰমে বৈশম্পায়নে বৰ্ণাইছে। অন্যহাতে শ্ৰীচন্দ্ৰ ভাৰতীয়ে 'ভাগৱত- পুৰাণ'ৰ আদৰ্শত 'কুমৰ-হৰণ'ৰ কাহিনীভাগ শুকদেৱৰ মুখেৰে ৰজা পৰীক্ষিতক কোৱাইছে ঃ

*হেন শুনি শুকমুনি ব্যাসৰ তনয়। পৰীক্ষিত নৃপতিক বুলিলা বিনয়।*
*শুনিয়ো নৃপতি ইটো অতি বিতোপন। সাৰশেষ কহো কথা কুমৰ হৰণ।।*[৩৩]

'কুমৰ-হৰণ কাব্য'ৰ কথা-বস্তুৰ পৰিপুষ্টিত কবিয়ে তলত উল্লেখ কৰা সমল ৰাজি 'ভাগৱত-পুৰাণ'ৰ পৰা গ্ৰহণ কৰিছে . যেনে ঃ

(ক) ৰণ-তৃষ্ণা বিদূৰণৰ বাবে শিৱ সম প্ৰতিযোদ্ধা বিচাৰি সহস্ৰবাহু বাণে কৰা শিৱস্তুতি।[৩৪]

(খ) মন্ত্ৰী কুম্ভাণ্ডৰ কন্যা হিচাবে চিত্ৰলেখাৰ অভিব্যক্তি প্ৰকাশ।[৩৫]

(গ) চিত্ৰলেখাৰ চিত্ৰবিদ্যা।[৩৬]

---

৩০। ১০/৬২-৬৩·
৩১। ২/১১৬-১২৮·
৩২। ৫/৩২-৩৩
৩৩। **কুমৰ হৰণ কাব্য, পদ ৮**
৩৪। ১০/৬২/৫-৭
৩৫। ১০/৬২/১২
৩৬। ১০/৬২/১৭

(ঘ) বাণৰদ্বাৰা অনিৰুদ্ধক নাগপাশেৰে বন্ধন।[৩৭]

(ঙ) বিষ্ণু-জ্বৰৰ দ্বাৰা শিৱ-জ্বৰৰ পৰাভৱ।[৩৮]

(চ) চতুৰ্বাহুৰ ব্যতিৰেক বাণৰ সহস্ৰবাহু ছেদন।[৩৯]

(ছ) বাণাসুৰৰ জীৱন ৰক্ষা কৰিবলৈ বাণৰ মাতৃ কোটৰাৰ মুক্ত শিৰা আৰু দিগম্বৰী হৈ ৰণক্ষেত্ৰত কৃষ্ণৰ সন্মুখত উপস্থিত।[৪০]

তলত উল্লেখ কৰা সমলৰাজি কবিয়ে 'হৰিৱংশ'ৰ পৰা গ্ৰহণ কৰিছে ঃ যেনে ঃ

(ক) হৰৰদ্বাৰা বাণাসুৰক বৰ প্ৰদান।[৪১]

(খ) পাৰ্বতীৰদ্বাৰা ঊষাক বৰ প্ৰদান।[৪২]

(গ) ঊষাৰ কামোদ্দীপক সপোন।[৪৩]

(গ) বৰ প্ৰাপ্তিৰ পিছত ঊষাৰ বিষাদ-বিমন অৱস্থা।[৪৩]

(ঘ) কামোদ্দীপক সপোন দেখাৰ পিছত ঊষাৰ মদন বিকাৰ।[৪৫]

(চ) নাৰদৰ লগত চিত্ৰলেখাৰ সাক্ষাৎ, নাৰদৰদ্বাৰা চিত্ৰলেখাক 'সৰ্বলোক-প্ৰমোহিনী তামসীবিদ্যা' প্ৰদান।[৪৬] (তামসী বিদ্যাৰ প্ৰতি দৃষ্টিৰাখি কন্দলীয়ে 'হৰণ-লুকী মায়া' সম্পৰ্কীয় অনুৰূপ কাহিনীভাগ উপস্থাপন কৰিছে।)[৪৭]

(ছ) বাণাসুৰৰ দশপুত্ৰৰ লগত অনিৰুদ্ধৰ যুদ্ধ।[৪৮]

(জ) অগ্নিগড়ৰ বৰ্ণনা আৰু গৰুড়ৰদ্বাৰা গড়ৰ অগ্নি নিৰ্বাপন।[৪৯]

(ঝ) যুদ্ধৰ বৰ্ণনা।[৫০]

---

৩৭। ১০/৬২/২৮-৩২
৩৮। ১০/৬৩/২৩-২৪
৩৯। ১০/৬৩/৩২, ৪৯
৪০। ১০/৬৩/২০
৪১। /১১৬/৩০-৩১
৪২। ২/১১৭/১-১৯
৪৩। ২/১১৭/২৫-৩১
৪৪। ২/১১৮/১-২
৪৫। ২/১১৮/৩
৪৬। ২/১১৮/১-১৯
৪৭। কুমৰ হৰণ কাব্য, পদ, ১৭৩-৮৪
৪৮। ২/১১৯/৮০-৮৪
৪৯। ২/১২২/১৩-১৯
৫০। ২/১২৫/১২৫-২৭

**মূলৰ লগত 'কুমৰ-হৰণ'ৰ বিষয়বস্তুৰ বৈসাদৃশ্য ঃ** চন্দ্ৰভাৰতীয়ে 'কুমৰ হৰণ'ৰ কাহিনীভাগৰ সমল 'ভাগৱত-পুৰাণ' আৰু 'হৰিৱংশৰ' পৰা গ্ৰহণ কৰি কথাবস্তুৰ বিকাশ, চৰিত্ৰ-সৃষ্টি, পৰিস্থিতি চিত্ৰণ আদিত অভিনৱ ৰূপ প্ৰদান কৰি কাব্যখন মনোগ্ৰাহী কৰি তুলিছে। ইয়াকে কৰিবলৈ যাওঁতে তেওঁ মূলৰ পৰা কিছু আঁতৰি আহিব লগীয়া হৈছে।

(ক) 'হৰিৱংশ'ত বাণাসুৰ কেন্দ্ৰীয় চৰিত্ৰ, অন্যহাতে 'কুমৰ-হৰণ'ত উষা কেন্দ্ৰীয় চৰিত্ৰ।

(খ) উষাৰ জন্ম আৰু তেওঁৰ প্ৰাণ চমকোৱা ৰূপ-যৌৱনৰ বৰ্ণনা কবিৰ স্বকীয় উদ্ভাৱন।

(গ) কুমৰ-হৰণ'ৰ মতে পিতৃ বাণাসুৰে চিত্ৰলেখা আৰু আন আন সখীয়েকসকলৰ সৈতে উষাক অগ্নিগড়ত নিৰ্বাসন দিয়ে। অৱৰোধ যন্ত্ৰণা সহ্য কৰিবলৈ অক্ষম হৈ চিত্ৰলেখাৰ সৈতে উষাই হৰ গৌৰীৰ মন্দিৰলৈ যায়। এতাদৃশ বৰ্ণনা 'ভাগৱত-পুৰাণ' হৰিৱংশ* আৰু বিষ্ণু-পুৰাণত পোৱা নাযায়।

(ঘ) ভগৱতীয়ে উষাক বৰ দিয়া আৰু হৰে চিত্ৰলেখাক বৰ দিয়া, উষাৰ স্বপ্ন, সপোন স্বামীক দিঠকত বিচাৰি নোপোৱা, উষাৰ মনোবিকাৰ, চিত্ৰলেখাৰ সান্ত্বনাদান, উষাৰ দ্বাৰা চিত্ৰলেখাৰ আগত স্বপ্ন বৃত্তান্ত কথন, সপোন স্বামীক বাস্তৱত নাপালে আত্মহত্যা কৰিবলৈ উষাৰ প্ৰতিজ্ঞা আদি পৰিস্থিতিৰ বৰ্ণনাৰ সংকেত 'হৰিৱংশ'ত আছে। কন্দলীয়ে 'হৰিৱংশ'ৰ আধাৰত উল্লিখিত পৰিস্থিতিসমূহৰ চিত্ৰণ স্বকীয়ভাৱে পৰিৱেশন কৰিছে।

(ঙ) অনিৰুদ্ধক আঠদিনৰ ভিতৰত দ্বাৰকাৰ পৰা আনিবলৈ চিত্ৰলেখাৰ প্ৰতিজ্ঞা, দ্বাৰকালৈ যাত্ৰা কৰাৰ আগমুহূৰ্ত্তত চিত্ৰলেখাৰ অতুলনীয় ৰূপ-সৌন্দৰ্য্য দেখি উষাৰ সন্দেহ, চিত্ৰলেখাৰ পুনঃ প্ৰতিজ্ঞা আদি পৰিস্থিতিৰ বৰ্ণনা কন্দলীৰ সম্পূৰ্ণ নিজা।

(চ) নাৰদৰ পৰা চিত্ৰলেখাৰ হৰণলুকী মায়া আৰু তাৰ সাধন প্ৰণালী প্ৰাপ্তি, হৰণলুকী মায়াৰ সহায়ত মধুকৰীৰূপে চিত্ৰলেখাৰ অনিৰুদ্ধৰ প্ৰাসাদত প্ৰৱেশ আৰু অনিৰুদ্ধক হৰণ কৰি অগ্নিগড় অভিমুখে যাত্ৰা, চিত্ৰলেখাৰ ওচৰত অনিৰুদ্ধৰ ৰতি ভিক্ষা, চিত্ৰলেখাৰ গীতৰাগ, উষা-অনিৰুদ্ধৰ গান্ধৰ্ব-বিবাহ আৰু সম্ভোগ আদি পৰিস্থিতি অনন্ত কন্দলীৰ স্বকীয় উদ্ভাৱন। তদনুৰূপে কুঁজী, গণক, আৰু নাপিত এই তিনিটি চৰিত্ৰ চন্দ্ৰ-ভাৰতীৰ মানস সৃষ্টি। সেইদৰে বাণৰক্ৰোধ অনিৰুদ্ধৰ সূৰ্য্য আৰাধনা, গদৰ লগত চিত্ৰলেখাৰ বিবাহ আদিও নৱীন কবিৰ নব্য দৃষ্টিমাথোন। পৰিস্থিতি চিত্ৰণত 'কুমৰ হৰণ'ত চন্দ্ৰ ভাৰতীয়ে যিদৰে সফলতা লাভ কৰিছে, সেইদৰে চৰিত্ৰ অংকনতো তেওঁ কৃতকাৰ্য্যতা লাভ কৰিছে বিস্ময়কৰ ভাৱে। লৌকিক শৃঙ্গাৰ ৰসৰ অৱলম্বনত কবিয়ে ভক্তিৰস উদ্ৰেক কৰিছে।

**বৃত্ৰাসুৰ ৰধ ঃ**

'বৃত্ৰাসুৰ বধ' কাব্যৰ বিষয়বস্তু 'ভাগৱত-পুৰাণ' আৰু'হৰিবংশত' [৫১] পোৱা যায়। ভাগৱত-পুৰাণ'ৰ ৬ষ্ঠ স্কন্ধৰ ৭ম অধ্যায়ৰ পৰা ১৯ম অধ্যায়লৈকে 'বৃত্ৰাসুৰ বধ', কাহিনী-ভাগ বৰ্ণিত হৈছে। 'বৃত্ৰাসুৰ বধ' কাহিনীভাগ বিশ্বৰূপ উপাখ্যান, নাৰায়ণৰ ধৰ্মোপদেশ, ভগৱৎ - উপদেশ, বৃত্ৰাসুৰ বধ, ইন্দ্ৰ-বিজয় আৰু চিত্ৰকেতু উপাখ্যানৰ সমষ্টি। 'বৃত্ৰাসুৰ বধ' কাব্যৰ কথাবস্তুৰ বিকাশ, চৰিত্ৰাঙ্কন পৰিস্থিতি চিত্ৰণ আদিৰ ক্ষেত্ৰত কৰি মূলৰপৰা বিশেষ আঁতৰি অহা নাই। আৱশ্যক অনুসৰি কবিয়ে অনুবাদৰ ক্ষেত্ৰত গ্ৰহণ আৰু বৰ্জনৰীতি গ্ৰহণ কৰিছে। 'কুমৰ হৰণ' কাব্য বা 'দশম'ৰ অনুবাদৰ প্ৰসঙ্গত কবিয়ে গ্ৰহণ কৰা মিশ্ৰণ পদ্ধতি অৰ্থাৎ 'ভাগৱত পুৰাণ'ৰ বাহিৰেও অন্য উৎসৰপৰা কাহিনী বা পৰিস্থিতি গ্ৰহণ কৰি 'ভাগৱত'ৰ কাহিনীৰ লগত সংমিশ্ৰণ কৰা ৰীতিৰ সাৰ্থক ৰূপায়ণ 'বৃত্ৰাসুৰ বধ' কাব্যত দেখা নাযায়, কিন্তু কেতিয়াবা কেতিয়াবা প্ৰয়োজনৰ তাগিদাত শ্ৰীধৰ স্বামীৰ 'ভাগৱত-ভাৱাৰ্থ দীপিকা'ৰ সহায় গ্ৰহণ নকৰাকৈ থকা নাই। অনন্ত-কন্দলীয়ে 'বৃত্ৰাসুৰ বধ' কাব্যৰ প্ৰধান কথাবস্তু পল্লৱিত ৰূপত উপস্থাপন কৰোঁতে 'ভাগৱত-পুৰাণ'ৰ কাহিনীভাগৰ পাৰম্পৰ্য্য অব্যাহত ভাৱে ৰক্ষা কৰিবলৈ চেষ্টা কৰিলেও সময় আৰু প্ৰয়োজন অনুসৰি তেওঁ নৱবৈষ্ণৱ আদৰ্শ আৰু কৃষ্ণ-ভক্তিৰ মাহাত্ম্য স্বকীয়ভাৱে পৰিৱেশন কৰিছে। কাব্যখনিৰ কোনো কোনো বৰ্ণনাংশ বিশেষকৈ ভক্তিৰ শ্ৰেষ্ঠতা নিৰূপক বৰ্ণনা ৰাজি নিঃসন্দেহে উৎকৃষ্ট কবিতাৰ বৈশিষ্ট্যৰে সমুজ্জ্বল। বৃত্ৰাসুৰৰ পৌৰুষ, পৰমত্যাগী-দধীচি মুনিৰ অস্থিৰদ্বাৰা নিৰ্মিত বজ্ৰৰ সহায়ত ইন্দ্ৰৰ দ্বাৰা বৃত্ৰাসুৰ নিধন, আভিজ্যাত্যাভিমানী আৰু অহঙ্কাৰ স্পৰ্ধিত দেৱৰাজ ইন্দ্ৰৰ চৰিত্ৰাঙ্কন, অগ্নিজাত পুৰুষৰ ভয়ঙ্কৰ ৰূপ বৰ্ণন, যুদ্ধাদিৰ পুংখানুপুংখ আৰু জীৱন্ত চিত্ৰণ, ব্ৰহ্মহত্যা জনিত মহাপাপৰ বৰ্ণনা আদি উচ্চ কবি প্ৰতিভাৰ নিদৰ্শন। 'বৃত্ৰাসুৰ-বধ কাব্য'ত উদ্ৰেক হোৱা বীৰ, কৰুণ, বীভৎস, অদ্ভুত, ভয়ানক আদি ৰস ভক্তি-ৰসৰ বহিঃপ্ৰকাশ মাথোন। 'কুমৰ-হৰণ কাব্য'ত প্ৰাধান্য লাভকৰা কল্পনাৰ চঞ্চল বিলাসে 'বৃত্ৰাসুৰ-বধ কাব্য'ত পৰিণতি লাভ কৰিছে সংযত ভক্তি-ৰসত।

**সংস্কৃত ৰচনা ঃ নীতিৰত্ন ঃ কল্পদ্ৰুম ঃ** অনন্ত কন্দলীয়ে 'নীতিৰত্ন' আৰু 'কল্পদ্ৰুম' নামৰ দুখন স্মৃতি-নিৱন্ধ সংকলন কৰিছিল। অৱশ্যে সংকলন দুটিয়ে সাম্প্ৰতিক কাললৈকে পোহৰৰ মুখ দেখা-নাই। 'কল্পদ্ৰুম' গ্ৰন্থখনিৰ জৰাজীৰ্ণ পাণ্ডুলিপি এটি হে পোৱা গৈছে। 'নীতিৰত্ন' নামৰ নিৱন্ধখনিৰ ছপাৰ আকাৰত বা পাণ্ডুলিপিৰ আকাৰতো বৰ্ত্তমানলৈকে পোৱা নাই। 'কল্পদ্ৰুম'ৰ পৰা জনা যায় যে, কন্দলীয়ে 'নীতিৰত্ন' নামৰ এখন 'স্মৃতি নিবন্ধ' প্ৰণয়ণ কৰিছিল ঃ "প্ৰাণায়াম লক্ষণ-মন্ত্ৰ নীতিৰত্ন এৱোক্তত্বাৎ।"[৫২]

---

৫১। ৩/৫৬/১-৬৮

৫২। কলদ্ৰুম, পৃঃ ২৩(খ)

অনন্ত কন্দলীয়ে যে, 'কল্পদ্ৰুম' নিবন্ধখনি সংগ্ৰহ কৰিছিল তাৰ আভাস পোৱা যায় -- উক্ত গ্ৰন্থখনিত থকা শ্লোকৰ পৰা , যেনে ঃ

ইতি সৎপণ্ডিতানন্তকন্দলীসংগ্ৰহে কল্পদ্ৰুমে প্ৰায়শ্চিত্ত প্ৰকৰণে দোষ প্ৰতিপাদনাদি বধ নিৰূপনান্তঃ প্ৰথম পৰিচ্ছেদ ঃ। [৫৩]

ভবিষ্য-পুৰাণ, মৎস্য-পুৰাণ, ধৰ্ম্ম-প্ৰদীপ, মধ্যমাঙ্গিৰ, স্বল্প-মৎস্যপুৰাণ, চতুৰ্ষিতম, বিষ্ণুধৰ্মোত্তৰ, ধৱল স্মৃতি, দান চৰ্য্যা, বৰাহসংহিতা, দজুপ্ৰকৰণ ইত্যাদি পুৰাণ আৰু স্মৃতি শাস্ত্ৰৰ পৰা কল্পদ্ৰুমৰ শ্লোকসমূহ সংগ্ৰহ কৰা হৈছে।

অনন্ত কন্দলী পৰম বৈষ্ণৱ। প্ৰকৃত বৈষ্ণৱ হিচাপে তেওঁ হৰিস্তুতি এটিৰে 'কল্পদ্ৰম'ৰ গ্ৰন্থৰ আৰম্ভণি সূচাইছে ঃ বন্দে হৰিং দুঃখ হৰং মুৰাৰিং শৰীৰ বিচ্ছেদক নিৰ্জিতাৰিম্।

যংযোগগম্যং পৰম ৰাম্যং সৰ্বাত্মকং সৰ্বগতাতিৰম্যম্।।[৫৪]

ধৰ্মতত্ত্ব সম্পৰ্কীয় সংগ্ৰহ ঃ বৈষ্ণৱামৃত ঃ জীৱতুতি ঃ 'বৈষ্ণৱামৃত' আৰু 'জীৱতুতি' অনন্ত কন্দলীকৃত দুখন নিচেই সৰু পুথি। কলেবৰত সৰু হলেও পুথি দুখনৰ বিষয়বস্তু কিন্তু গৰ্হীন। দুয়োখনেই সংগ্ৰহ-পুথি (Compilation)। 'বৈষ্ণৱামৃত'ৰ বিষয়বস্তু 'ভাগৱত-পুৰাণ', 'পাণ্ডৱী-গীতা', ('বৃহন্নাৰদীয়-পুৰাণ', 'মহাভাৰত', 'আদি-পুৰাণ', 'পদ্ম-পুৰাণ', 'স্কন্দ-পুৰাণ', আদিৰ পৰা লাৱা হৈছে।। কৃষ্ণ আৰু অৰ্জুনৰ কথোপকথনৰ মাধ্যমেৰে ভক্তৰ লক্ষণ, প্ৰকৃত বৈষ্ণৱৰ লক্ষণ, গুৰু-মাহাত্ম্য, গুৰুৰ প্ৰয়োজনীয়তা, কৃষ্ণ-নামৰ ফল আদিৰবিষয়ে 'বৈষ্ণৱামৃত'ত আলোচিত হৈছে। 'জীৱ-তুতি'ৰ বিষয়বস্তু 'ভাগৱত-পুৰাণ'ৰ ৩য় স্কন্ধৰ অন্তৰ্গত ৩০শ আৰু ৩১শ অধ্যায় আশ্ৰিত। জীৱৰ মুক্তি সম্পৰ্কীয় দাৰ্শনিক সমস্যাই প্ৰধানভাৱে পুথিখনিত স্থান পাইছে।

**ৰামায়ণ ঃ** বাহ্য প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি কব পাৰি যে, অনন্ত কন্দলীয়ে বাল্মীকিকৃত সপ্তকাণ্ড 'ৰামায়ণ' 'পদবন্ধে' নিবন্ধিছিল, [৫৫] কিন্তু সাম্প্ৰতিকলৈকে কন্দলীকৃত 'ৰামায়ণ'ৰ কেৱল তিনিটি কাণ্ডহে (অযোধ্যা, অৰণ্য, কিষ্কিন্ধ্যা) পোৱা গৈছে। শংকৰদেৱ আৰু মাধৱদেৱে 'ৰামায়ণ'ৰ ক্ৰমে 'উত্তৰকাণ্ড' আৰু 'আদিকাণ্ড' বা 'বাল কাণ্ড' অনুবাদ কৰিছিল। [৫৬] গতিকে কন্দলীয়ে এই কাণ্ডদুটা অনুবাদ নকৰাই স্বাভাৱিক, অনুবাদ কৰিলেও বৰ্তমানলৈকে অনাবিষ্কৃত হৈয়ে আছে।

মাধৱ কন্দলীৰদ্বাৰা অনূদিত এখন 'ৰামায়ণ' থকা সত্ত্বেও অনন্ত কন্দলীয়ে কিয় আন এখন 'ৰামায়ণ' ৰচনা কৰিলে? প্ৰত্যুত্তৰ স্বৰূপে কব পাৰিযে, মাধৱ কন্দলীয়ে সাম্প্ৰদায়িক মতবাদক প্ৰাধান্য দি 'ৰামায়ণ' ৰচনা কৰা নাছিল। দ্বিতীয়তে, মাধৱ

---

৫৩। প্ৰা. গ্ৰ, পৃঃ ৪(খ)

৫৪। প্ৰা. গ্ৰ., পৃঃ ১(ক)

৫৫। উপেন্দ্ৰ চন্দ্ৰ লেখাৰ (সম্পা) ঃ কথা গুৰু চৰিত, পৃঃ ৪৩

কন্দলীয়ে ৰামচন্দ্ৰক 'সাক্ষাতে পৰমেশ্বৰ' ৰূপে লক্ষ্য কৰা নাই। তৃতীয়তে তেওঁ ৰাম আৰু শ্ৰীকৃষ্ণৰ মাজত অভেদ প্ৰতিপাদন কৰিবলৈ প্ৰয়াস কৰা নাছিল। চতুৰ্থতে, মাধৱ কন্দলীয়ে, 'ভাগৱত-পুৰাণ'ৰ আদৰ্শত 'ৰামায়ণ' অনুবাদ কৰিবলৈ যত্নপৰ হোৱা নাছিল। সেইহে অনন্ত কন্দলীয়ে আক্ষেপ ভৰা সুৰত কৈছিল ঃ

*মাধৱ কন্দলী বিৰচিলা ৰামায়ণ। তাক শুনি আমাৰ কৌতুক কৰে মন।।*

*ৰামৰ সামান্য গুণ যথাৱত। ভজনীয় গুণ যত নভৈল ৱেকত।।*

*এতেকে যতন কৰো ভকতিৰ পদে। নুবুলিবা নিন্দা সদা শুনা সভাসদ।।*

*সাক্ষাতে পৰম ব্ৰহ্ম জানিবা শ্ৰীৰাম। আন চিন্তা তেজি তান ধৰা গুণ নাম।।*

ইয়াৰ পৰা সহজে প্ৰতীয়মান হয়যে, অনন্ত কন্দলীয়ে সাম্প্ৰদায়িক মতবাদৰ ওপৰত গুৰুত্ব প্ৰদান কৰি শ্ৰীৰামচন্দ্ৰক পৰম ব্ৰহ্ম ৰূপত প্ৰতিপাদন কৰাৰ প্ৰয়াসেৰে 'ভাগৱত-পুৰাণ'ৰ উপাদান মিশ্ৰণ কৰি 'ৰামায়ণ' অনুবাদ কৰিছিল। 'ৰামায়ণ'ৰ অনুবাদৰ প্ৰসংগত কন্দলীয়ে যে, 'ভাগৱত-পুৰাণ'ৰ ওপৰত সততে দৃষ্টি ৰাখিছিল তাৰ আভাস পোৱা যায় কবিৰ এটি উক্তিৰ পৰা ঃ

*অযোধ্যাকাণ্ডৰ পদ কথা ৰামায়ণ। ভাগৱতে মিসলাই কৰো নিবন্ধন।।*
*গঙ্গাজল তুলসীয়ে যেন এক ঠাই। যেন চিনি ঘৃতে আতি কৌতুক মিলয়।।*[৫৮]

মাধৱ কন্দলীৰ 'ৰামায়ণ'ৰ দ্বাৰা প্ৰভূতভাৱে অনুপ্ৰাণিত আৰু উদ্দীপ্ত হৈ অনন্ত কন্দলীয়ে 'ৰামায়ণ' - অনুবাদত মনোনিৱেশ কৰিছিল। অনন্ত কন্দলীৰ ভাষাৰে কবলৈ গলে ঃ

*মাধৱ কন্দলী আদি মহন্ত বিশেষ। পদ-বন্ধে ৰামায়ণ ৰচিলা নিশেষ।।*
*মঞি লিখিবোহো তাসম্বাৰ অনুমতি। কিন্তু প্ৰপঞ্চিয়া মাত্ৰ কহিবো, ভকতি।।*[৫৯]

অনন্ত কন্দলীৰ উল্লিখিত উক্তিৰপৰা স্পষ্ট হৈ পৰে যে, 'ৰামায়ণ'ৰ কাহিনী-বৰ্ণনাৰ প্ৰসংগত তেওঁ মাধৱ কন্দলীৰ 'ৰামায়ণ'ৰ পৰা বিশেষ আঁতৰি অহা নাই, কিন্তু তেওঁ ভক্তিতত্ত্ব পৰিৱেশনতহে অত্যধিক গুৰুত্ব আৰোপ কৰিছে। কাৰ্য্যতঃ ভক্তিতত্ত্ব প্ৰকাশ ভিন্ন অন্য ক্ষেত্ৰত অনন্ত কন্দলীৰ 'ৰামায়ণ'ৰ ওপৰত মাধৱ কন্দলীকৃত 'ৰামায়ণ'ৰ গভীৰ প্ৰভাৱ লক্ষ্যণীয়।

অনন্ত কন্দলীৰ 'ৰামায়ণ'খনিক মাধৱ কন্দলীৰ 'ৰামায়ণ'ৰ ভক্তিমূলক সংস্কৰণ ৰূপে আখ্যা দিলেও উৎসৱমুখী অযোধ্যানগৰীৰ বৰ্ণন, ৰামৰ ৰাজ প্ৰাসাদৰ অনুপম

---

৫৬। উ. গ্ৰ., পৃঃ ১১৯

৫৭। অনন্ত কন্দলী ঃ অযোধ্যাকাণ্ড (MS), পদ, ১৩-১৪

৫৮। উ. গ্ৰ., পদ, ১১৯

৫৯। (—) ঃ অৰণ্যকাণ্ড (MS), পদ, ১২

কাৰুকাৰ্য্য আৰু চিত্ৰকূট-বনৰ নৈসৰ্গিক শোভা সৌন্দৰ্য্যৰ চিত্ৰণ, যুদ্ধৰ পুংখানুপুংখ বিৱৰণ, পৰ্ণ কুটীৰত সীতাক নেদেখি ৰামৰ শোক আদিৰ বৰ্ণনত অনন্ত কন্দলীৰ মৌলিকতা অস্বীকাৰ কৰিব নোৱাৰি।

অসমীয়া লিখিত ৰামায়ণী সাহিত্যত অনন্ত কন্দলীৰ 'ৰামায়ণে' এখনি স্থায়ী আসন দাবী কৰিব পাৰে এই কাৰণেই যে, তেৱেঁই পোনতে অসমীয়া ভাষাত ৰচিত 'ৰামায়ণ'ৰ কথাবস্তুৰ লগত ভক্তি তত্ত্ব সংমিশ্ৰণ কৰে আৰু 'ভাগৱত-পুৰাণ' উপাদান 'ৰামায়ণ'ত প্ৰৱেশ কৰায়। ভক্তিতত্ত্ব 'ৰামায়ণ'ত সংমিশ্ৰণ কৰাৰ প্ৰসংগত 'ভুশুণ্ডীৰামায়ণ'ৰ লগত অনন্ত কন্দলীৰ 'ৰামায়ণ'ৰ সাদৃশ্য বৰ্তমান।[৬০]

**ভাগৱত অনুবাদ ঃ দশম, মধ্য আৰু অন্ত্য ঃ**

পুৰাণ-সূৰ্য্য 'ভাগৱত-পুৰাণ'ৰ অন্তৰ্গত দশম স্কন্ধটো ৯০ টা অধ্যায়ৰ সমষ্টি। সৰ্বমান্য টীকাকাৰ শ্ৰীধৰ স্বামীপাদে তেওঁৰ 'ভাৱৰ্থ-দীপিকা'ত সমগ্ৰ দশম স্কন্ধটোক তিনিটাভাগত বিভক্ত কৰিছে ঃ

(ক) গোকুল-লীলা অথবা বৃন্দাবন-লীলা নাইবা আদ্যদশম, অধ্যায় ১ম - ৪৯শ,
(খ) মথুৰা-লীলা নাইবা মধ্যদশম, অধ্যায় ৫০শ - ৮০শ,
আৰু (গ) দ্বাৰকা-লীলা অথবা অন্ত্যদশম, অধ্যায় ৮১শ - ৯০শ।[৬১]

শংকৰদেৱৰ দ্বাৰা গভীৰ ভাৱে অনুপ্ৰাণিত আৰু প্ৰভাৱিত হৈ নৱ-বৈষ্ণৱবাদৰ প্ৰচাৰ আৰু প্ৰসাৰৰ অৰ্থে কন্দলীয়ে শেষ বয়সত দশম (৪৮শ - ৯০শ অধ্যায় পৰ্য্যন্ত) অনুবাদ কৰে। 'কথা গুৰু চৰিত'ৰ মতে শংকৰদেৱে সমগ্ৰ দশম স্কন্ধ 'পদবন্ধে' অনুবাদ কৰিবলৈ মন মেলি আৰম্ভণিৰ পৰা ৪৭শ অধ্যায় পৰ্য্যন্ত অনুবাদ কৰে। সেই সময়তে দশম স্কন্ধৰ বাকী অংশ (৪৮শ অধ্যায়ৰ পৰা ৯০শ অধ্যায় পৰ্য্যন্ত অনুবাদ কৰিবলৈ অনুমতি দিবৰ বাবে অনন্ত কন্দলীয়ে শংকৰদেৱক অনুৰোধ কৰে। মৰম আৰু সহানুভূতিৰ নিদৰ্শন স্বৰূপে শংকৰদেৱে সানন্দে অনন্ত কন্দলীক দশম অনুবাদ কৰিবলৈ অনুমতি প্ৰদান কৰে।

শংকৰদেৱে শেষ বয়সত দশম স্কন্ধ অনুবাদ কৰিবলৈ লৈছিল। সেই হেতুকে নানা অসুবিধাৱশতঃ হয়তো তেওঁ 'দশম'ৰ অনুবাদ সম্পূৰ্ণ কৰিব নোৱাৰিলে। মাধৱ কন্দলীৰ 'ৰামায়ণ' শংকৰদেৱ আৰু মাধৱদেৱ উভয়ে মিলি সম্পূৰ্ণ কৰি দিয়াৰ নিচিনাকৈ হয়তো অনন্ত কন্দলীয়েও 'দশম' স্কন্ধৰ বাকী অংশ অনুবাদ কৰিব পাৰে, অথবা শংকৰদেৱে শেষ বয়সত অনুবাদ কৰিবলৈ লোৱা 'দশম' স্কন্ধ সম্পূৰ্ণ ভাৱে

---

৬০। N.C. Sarma – Ananta Kandali's Ramayana and Its place in the Bhakti Movement of Assam" in Journal of Srimanta Sankaradeva Research Institute, Nagaon, Vol. I., 1990

৬১। শ্ৰীধৰস্বামী ঃ ভাগৱত ভাৱাৰ্থ দীপিকা, ১০/১/১-৭

অনুবাদ কৰিবলৈ শাৰীৰিক, মানসিক ইত্যাদি নানা কাৰণবশতঃ অসমৰ্থহৈ অনুবাদ কৰিবলৈ বাকী থকা অংশ অনুবাদ কৰিবলৈ তেওঁ অনন্ত কন্দলীক নিৰ্দেশ দিব পাৰে। এই প্ৰসংগত চৰিত-পুথি[৬৩] সমূহত কিছুমান আগ-গুৰি নোহোৱা অবাস্তৱ আৰু অবিশ্বাস্য বৰ্ণনা পোৱা যায়। এই চৰিত-পুথি সমূহৰ মতে অনন্ত কন্দলীয়ে শংকৰদেৱৰ ওচৰত 'অৱশেষ' বা 'উচ্ছিষ্ট' প্ৰাৰ্থনা কৰে। তদনুৰূপে শংকৰদেৱে 'অৱশেষ' বা 'উচ্ছিষ্ট' স্বৰূপে অনন্ত কন্দলীক দশম স্কন্ধ (৪৮শ - ৯০শ) অনুবাদ কৰিবলৈ দিয়ে। 'হৰিনাম' বা 'কৃষ্ণনাম' জানো কেতিয়াবা 'উচ্ছিষ্ট' হ'ব পাৰে? বৈষ্ণৱসকলৰ পৰম পৱিত্ৰ শাস্ত্ৰ, পুৰাণ-সূৰ্য্য 'ভাগৱত'ক সূচাবৰ বাবে শংকৰদেৱে জানো তেনে ক্ষতিকৰ আৰু অনৌচিত্য দোষযুক্ত শব্দ প্ৰয়োগ কৰিব? এইফালৰ পৰা 'গুৰু-চৰিত'ত উল্লেখ থকা এই বৰ্ণনাংশ সম্পূৰ্ণ ভাৱে মনে সজা আৰু ভিত্তিহীন। 'উচ্ছিষ্ট - ভোজন' সম্পৰ্কীয় উপ-কাহিনী ভাগ নিশ্চিত ভাৱে প্ৰক্ষিপ্ত হ'ব লাগিব। ভাগৱতাচাৰ্য্য অনন্ত কন্দলীৰ প্ৰতি ঈৰ্ষা পৰায়ণ কোনোবা উৰ্বৰ-মস্তিষ্কই এনে কাম কৰিব পাৰে। চৰিত-পুথি সমূহৰ ভিতৰত প্ৰাচীন দৈত্যাৰি ঠাকুৰৰ 'মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ চৰিত'ত আমি 'উচ্ছিষ্ট-ভোজন' সম্পৰ্কীয় কাহিনী নাপাওঁ। ৰামচৰণ ঠাকুৰৰ 'গুৰু-চৰিত'ত উল্লেখ থকা এই অনু-কাহিনী ভাগো (episode) প্ৰক্ষিপ্ত যেন লাগে, কিয়নো "বৰ্তমান এওঁৰ (ৰামচৰণ ঠাকুৰ) নামত প্ৰচলিত 'শংকৰ চৰিত'ত ভালেখিনি প্ৰক্ষিপ্ত কথা সোমাই আছে।" [৬৪] এই ফালৰ পৰা কোনো কোনো 'চৰিত-পুথি'ত উল্লেখ থকা 'উচ্ছিষ্ট-ভোজন' সম্পৰ্কীয় কাহিনীভাগ সত্যৰ ওপৰত প্ৰতিষ্ঠিত হ'ব নোৱাৰে।

অনন্ত কন্দলীৰ 'দশম'ৰ অনুবাদ সম্পূৰ্ণ নৌহওঁতেই শংকৰদেৱৰ লোকান্তৰ ঘটে। গতিকে তেওঁ কন্দলীকৃত যুদ্ধৰ দীঘলীয়া বৰ্ণনাই স্থান পাইছে। এইদৰে 'দশম' সমালোচনাৰ দৃষ্টিৰে অধ্যয়ন কৰাটো সন্দেহ জনক, কিন্তু 'কথা গুৰু চৰিত'ত উল্লেখ আছে যে, শংকৰদেৱে অনন্ত কন্দলীৰ 'দশম' পঢ়ি তাত ভক্তি ধৰ্মৰ গাঢ়তা প্ৰকট নোহোৱা হেতু আক্ষেপ কৰি কৈছিল ঃ "বামুণী পুতেক হই টোকৰা মাইলা বেল শিৰত নপৈল, ভক্তিপৰ হ'ল ৰস্ব, যুদ্ধত কৈলা দীৰ্ঘ।" [৬৫] এই উক্তিটো শংকৰদেৱৰ

---

৬২। উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সম্পা) ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ৪২
লক্ষ্মী নাথ বেজবৰুৱা ঃ শঙ্কৰদেৱ, পৃঃ ৬২
মহেশ্বৰ নেওগ (সম্পা) ঃ বৰদোৱা চৰিত, পৃঃ ১২৭

৬৩। উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সম্পা) ঃ প্ৰা. গ্ৰ., পৃঃ ৪২
ৰামচৰণ ঠাকুৰ ঃ গুৰুচৰিত, পদ, ৩৬৫৭-৬৫৯
লক্ষ্মীনাথ বেজবৰুৱা ঃ প্ৰা., গ্ৰ., পৃঃ ৬২
মহেশ্বৰ নেওগ (সম্পা) ঃ প্ৰা. গ্ৰ., পৃঃ ১২৭

৬৪। সত্যেন্দ্ৰ নাথ শৰ্মা ঃ প্ৰা. গ্ৰ., পৃঃ ১৬৭

৬৫। উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সম্পা) ঃ প্ৰা. গ্ৰ., পৃঃ ২০৮

মুখ নিঃসৃত বুলি বিশ্বাস কৰা টান, যিহেতু অনন্ত কন্দলীৰ দশমত ভক্তিতত্ত্বৰ গভীৰতা সৰ্বত্ৰ ৰক্ষিত হৈছে। শংকৰদেৱৰ নিচিনাকৈয়ে তেৰোঁ সুৰুঙা পালেই ভক্তিতত্ত্ব প্ৰকাশক দীঘলীয়া বৰ্ণনা উপস্থাপন কৰিবলৈ কোনো ক্ষেত্ৰতে পৰাঙ্মুখ হোৱা নাই। আনকি 'ৰামায়ণ' অনুবাদৰ বেলিকাও তেওঁ ভক্তিতত্ত্বহে 'প্ৰপঞ্চি'ত হৈছে।[৬৬] 'দশম'ত যুদ্ধৰ বৰ্ণনা আছে, যিহেতু পুৰণি কাব্যত যুদ্ধ-বৰ্ণনা এটি প্ৰয়োজনীয় অংশৰূপে পৰিগণিত হৈ আহিছে।[৬৭] সেইফালৰ পৰা যুদ্ধ বৰ্ণনাৰ প্ৰয়োজনীয়তা অস্বীকাৰ কৰিব নোৱাৰি। দ্বিতীয়তে, মূল দশমত নোহোৱা যুদ্ধ-বৰ্ণনা কন্দলীয়ে কোনো ঠাইতে সংযোজন কৰা নাই। যুদ্ধ-বৰ্ণনা পৰিবেশন কৰা বাবেই দশমত ভক্তিধৰ্মৰ গাঢ়তা প্ৰকট নহ'ল বুলি কোৱা কথাষাৰ যুক্তিৰ ওপৰত মুঠেই প্ৰতিষ্ঠি ত নহয়। আনকি স্বয়ং ভাগৱত-পুৰাণ'তেই যুদ্ধৰ অনেক বৰ্ণনা পোৱা যায়। ইয়াৰ বাবে 'ভাগৱত-পুৰাণ'ত 'ভক্তিপৰ ৰস্ব' হৈছে নেকি? 'কথা-গুৰু চৰিত'ৰ মতে কন্দলীৰ 'দশম' ৰচনাত সন্তুষ্ট হ'ব নোৱাৰি শংকৰদেৱে হেনো নিজে 'ৰুক্মিনী-হৰণ', 'কুৰুক্ষেত্ৰ' আদি ৰচনা কৰে আৰু মাধৱদেৱে 'ৰাজসূয়' কাব্য ৰচনা কৰে।[৬৮]

আমি জানো যে, শংকৰদেৱৰ মৃত্যুৰ পিছতহে কন্দলীৰ 'দশম'ৰ অনুবাদ সম্পূৰ্ণ হৈছিল, কিন্তু 'ৰুক্মিনী-হৰণ' শংকৰদেৱৰ সাহিত্যিক জীৱনৰ প্ৰথমস্তৰতে ৰচিত। অনাহাতে 'ৰুক্মিনী হৰণ'তো দীৰ্ঘ পৰিসৰ বিশিষ্ট যুদ্ধ- বৰ্ণনাৰ অভাৱ নাই। তদনুৰূপে মাধৱদেৱৰ 'ৰাজসূয় কাব্য'তো যুদ্ধৰ দীঘলীয়া বৰ্ণনাই স্থান পাইছে। এইদৰে চালি-জাৰি চালে দেখা যায় যে, 'কথা গুৰুচৰিত'ৰ এই বৰ্ণনাংশ সত্যৰ ওপৰত প্ৰতিষ্ঠিত হ'ব নোৱাৰে। অসমৰ নৱ-বৈষ্ণৱ আন্দোলনৰ ইতিহাস অনুধাবন কৰাৰ ক্ষেত্ৰত গুৰু চৰিত সমূহকেই একমাত্ৰ প্ৰামাণিক - গ্ৰন্থৰূপে গ্ৰহণ কৰিব নোৱাৰি, যিহেতু শংকৰদেৱ, দামোদৰদেৱ, হৰিদেৱ, মাধৱদেৱ আদি সন্তসকলৰ তিৰোধানৰ অনেক বছৰৰ পিছতহে গুৰু-চৰিতবোৰ ৰচিত হৈছিল। দ্বিতীয়তে মুখপৰম্পৰা প্ৰবহমান কিংবদন্তী, জনশ্ৰুতি আৰু সাধুকথাৰ ওপৰত নিৰ্ভৰ কৰিহে গুৰুচৰিতবোৰ ৰচিত হৈছে। তেনেক্ষেত্ৰত 'কথা-গুৰুচৰিত' বা আন আন গুৰু চৰিতত স্থানপোৱা সকলোবোৰ ঘটনা বা বৰ্ণনাই সত্যৰ ওপৰত প্ৰতিষ্ঠিত হ'ব নোৱাৰে। গতিকে, 'কথা গুৰু চৰিত'ত পৰিদৃষ্ট হোৱা অনন্ত কন্দলী সম্পৰ্কীয় বৰ্ণনাসমূহ অভ্ৰান্ত বুলি গ্ৰহণ কৰিব নোৱাৰি। কন্দলীৰ অনুবাদ ৰীতি ঃ অনন্ত কন্দলীৰ 'দশম'ৰ অনুবাদ ৰীতি প্ৰধানভাবে পাঁচোটা ভাগত ভগাব পাৰি ঃ

(১) ব্যাখ্যামূলক (Explanatroy rendering),

(২) সাৰগ্ৰাহী (Eclectic translation),

---

৬৬। অনন্ত কন্দলী ঃ অৰণ্যকাণ্ড (MS), পদ ১২

৬৭। বাণীকান্ত কাকতি ঃ পুৰণিৰ অসমীয়া সাহিত্য, পৃঃ ১২

৬৮। উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সম্পা) ঃ প্ৰা. গ্ৰ., পৃঃ ২০৮

(৩) উপদেশ মূলক বা নীতি প্ৰধান (Didactic rendering)

(৪) সাৱলীল বা স্বচ্ছন্দ অনুবাদ (Free renderng)

আৰু (৫) আক্ষৰিক অনুবাদ (Literal translation)।

ভাগৱতাচাৰ্য্য অনন্ত কন্দলীৰয়ে দশম-অনুবাদৰ বেলিকা, সততে মূলৰ ওপৰত চকু ৰাখিছে, যদিও মূলৰ লগত বৈসাদৃশ্য ধৰা নপৰাকৈও নাথাকে। এই প্ৰসংগত কন্দলীৰ এটি উক্তি বিচাৰ্য্য ঃ

*ভাৰতৰ কথা। কিছো কিছো এথা। গাম্ভিলো বিচিত্ৰ কৰি।*

*গঙ্গা-যমুনাৰ। জল যেন তুলি। থৈলো একে ঘটে ভৰি।*[৬৯]

দশমস্কন্ধ অনুবাদ কৰোতে কবিয়ে যে 'মহাভাৰত'ৰ উপাদানো সময় সুবিধা বুজি গ্ৰহণ কৰিছিল তাৰ আভাস ওপৰৰ উদ্ধৃতাংশৰ পৰা পোৱা যায়। অকল 'মহাভাৰতে'ই নহয় প্ৰয়োজনবশত ঃ 'বিষ্ণু-পুৰাণ' আৰু 'হৰিবংশ'ৰ পৰাও কবিয়ে বিষয়বস্তু গ্ৰহণ কৰিবলৈ কুণ্ঠিত হোৱা নাই। কৃষ্ণ-লীলা-মাহাত্ম্য বিস্তৃত আৰু বিশদ ভাৱে প্ৰকাশ কৰাৰ প্ৰয়াসেৰেই যে, কন্দলীয়ে 'কৃষ্ণস্তু ভগবান স্বয়ম'ৰ ভক্ত বৎসল চৰিত্ৰব্যঞ্জক শাস্ত্ৰসমূহৰ পৰা সমল গ্ৰহণ কৰিছে তাত সন্দেহৰ অৱকাশ নাই।

ভাগৱত-নিষ্ণাত কবি সাহিত্যিক অনন্ত কন্দলী আছিল সংস্কৃত পণ্ডিত, যদিও তেওঁ প্ৰধান ভাৱে লিখিছিল অসমীয়া ভাষাত। তেওঁৰ ৰচনা মুখ্যতঃ অনুবাদক মূলক, সংকলন মূলক আৰু অভিযোজিত। কন্দলীৰ ৰচনাৰ প্ৰাথমিক উদ্দেশ্য আছিল ধৰ্ম প্ৰচাৰ আৰু গৌণ উদ্দেশ্য আছিল লোকশিক্ষা। গতিকে তেওঁৰ সাহিত্য-কৰ্ম কিছুপৰিমাণে হলেও নিৰ্দিষ্ট পৰিসীমাত সীমিত থাকিব লগীয়া হৈছিল। কন্দলীয়ে সমকালীন সমাজ, পাঠক আৰু শ্ৰোতাৰ শিক্ষা-দীক্ষা আৰু ৰুচিবোধলৈ লক্ষ্য ৰাখি শংকৰদেৱৰ দ্বাৰা প্ৰবৰ্তিত আদৰ্শৰ পৰিসীমাত বিচৰণ কৰি মূল গ্ৰন্থৰ প্ৰতি সততে সজাগ আৰু সচেতন হৈ কাব্যিক সৌন্দৰ্য্য সৃষ্টি কৰিবলৈ প্ৰয়াস কৰিছে। তেওঁৰ কবিত্বৰ পৰিচয় পোৱা যায় বিশেষ ভাৱে বিভিন্ন বৰ্ণনাৰ প্ৰসংগতহে। কন্দলীৰ বৰ্ণনা-শক্তিৰ প্ৰধান বিশেষত্ব কল্পনাৰ মাধুৰ্য্য, প্ৰকাশভংগিৰ চমৎকাৰিত্ব আৰু দীৰ্ঘ পৰিসৰযুক্ত বৰ্ণনাৰ সাৱলীলতা। আদি ৰসাত্মক বৰ্ণনা পৰিৱেশনত কন্দলীৰ কৃতিত্ব বিস্ময়কৰ। সেইদৰে ৰণ-যাত্ৰা, যুদ্ধ, ক্ৰন্দন, প্ৰাকৃতিক শোভা-সৌন্দৰ্য্য আদিৰ চিত্ৰণত কন্দলীৰ কবিত্ব সুন্দৰকৈ প্ৰকাশ পাইছে। উপমা, ৰূপক, কবি-প্ৰসিদ্ধি আদিৰ সাৰ্থক প্ৰয়োগ, অসমীয়া ঘৰুৱা আৰু সামাজিক জীৱনত সদা-সৰ্বদাই ব্যৱহৃত যোজনা পটন্তৰ আদিৰ সংযোজন, ছন্দৰ বিশেষকৈ ছবি ছন্দৰ নিখুঁত প্ৰয়োগ আদিয়ে কন্দলীৰ কবিত্বৰ নিদৰ্শন প্ৰদৰ্শন কৰে।

৬৯। অনন্ত কন্দলী ঃ দশম, পদ, ৩৭৯২

অনন্ত কন্দলীৰ ৰচনাৰ ভাষা তদানীন্তন লোক জীৱনত প্ৰচলিত কথিত ভাষা। তেওঁৰ শব্দ চয়ন প্ৰাচুৰ্য্যপূৰ্ণ, অৰ্থঘন আৰু অলংকাৰযুক্ত। কন্দলীৰ ৰচনাৱলীৰ ভাষাৰ প্ৰধান বিশেষত্ব প্ৰবাহশীলতা, সৰলতা আৰু বিশুদ্ধতা। তেওঁৰ শৈলী সূত্ৰমূলক বা প্ৰবচনাত্মক অথবা অমিতাচাৰযুক্ত নহয়, বৰং অভিভাৱনীয়, সমতাযুক্ত, মধুৰ, সুস্পষ্ট আৰু অকৃত্ৰিম।

স্বৰূপাৰ্থত, কবিত্বত অনন্ত কন্দলী মাধৱ কন্দলী, শংকৰদেৱ আদিতকৈ কোনো গুণে কম নহয়। পুৰণি অসমীয়া সাহিত্যত অনন্ত কন্দলী প্ৰথম শ্ৰেণীৰ কবি। তেওঁৰ কবিতাত উদাৰ প্ৰভা এটিৰ বিদ্যমানতা লক্ষ্য কৰা যায়। ড° বাণীকান্ত কাকতিৰ ভাষাত ঃ 'কবিত্ব শক্তিত এওঁক (অনন্ত কন্দলীক) শংকৰদেৱতকৈ কম বুলিব নোৱাৰি। পুৰণি সাহিত্যত শংকৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলী আৰু ৰাম-সৰস্বতী - এই কেইজনেই প্ৰথম থাপৰ কবি। এওঁলোকৰ কবিতাত উদাৰ প্ৰভা এটি আছে।" [১০]

অসমীয়া সাহিত্যৰ ইতিহাসত অনন্ত কন্দলীৰ স্থান সুউচ্চত। পণ্ডিত কবি স্বৰূপে অসমীয়া সাহিত্যত তেওঁৰ স্থান কালজয়ী। পুৰণি অসমীয়া সাহিত্যত মাধৱকন্দলী আৰু শংকৰদেৱৰ পিছতে অনন্ত কন্দলীৰ স্থান নিৰ্দেশ কৰিব লাগিব। দ্বিতীয়তে, লোক সমাজত ভক্তিধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰতো তেওঁৰ অৱদান অপৰিসীম।

---

১০। বাণীকান্ত কাকতি ঃ পুৰণি অসমীয়া সাহিত্য, পৃঃ ১২

# গীতিকবি দুৰ্গাবৰ

ড° প্ৰবীণ চন্দ্ৰ দাস

পুৰণি অসমীয়া সাহিত্যত দুৰ্গাবৰৰ এক বিশেষ স্থান আছে। দুৰ্গাবৰ মূলতঃ গীতি কবি। তেওঁ অসমীয়া পাঁচালী সাহিত্যৰ অন্তৰ্গত পদ্মাপুৰাণ বা পোএগাৰ পাঁচালী আৰু ৰামায়ণৰ গীত পদ ৰচনা কৰিছে।

দুৰ্গাবৰে তেওঁৰ ৰচনাত তেনেদৰে নিজৰ পৰিচয় দিয়া নাই। বিষয়চন্দ্ৰ বিশ্বাসীয়ে *দুৰ্গাবৰী*ৰ সম্পাদকীয় মন্তব্যত এনেদৰে লিখিছে – "এওঁৰ জীৱনী সম্বন্ধে বহু অনুসন্ধান কৰি আজিলৈ আমি এইখিনি মাথোন জানিব পাৰিছো যে, কামৰূপ জিলাৰ হাজো মৌজাৰ কোনো এখনি সৰুগাওঁত কায়স্থ কুলত তেওঁৰ জন্ম হৈছিল"[1] বিশ্বাসী ডাঙৰীয়াই কি তথ্যৰ ভিত্তিত এনে সিদ্ধান্ত কৰিছিল তাক জনা নাযায়। অসমীয়া পাঁচালী সাহিত্যৰ আন এখনি উল্লেখযোগ্য কাব্য হৈছে *পদ্মাপুৰাণ*। *পদ্মাপুৰাণ*ৰ এগৰাকী অন্যতম কবিও দুৰ্গাবৰ নামে খ্যাত। *পদ্মাপুৰাণ*ৰ কবি দুৰ্গাবৰৰ বিষয়ে কাব্যখনিত বিক্ষিপ্ত ভাৱে অলপ কথা পোৱা যায়। কাব্যখনিৰ এঠাইত কবিজনাই এনেদৰে লিখিছে –

> কায়স্থ শ্ৰীচন্দ্ৰধৰ তান পুত্ৰ দুৰ্গাবৰ
> বিৰচিলা গীত বিতোপন।[2]

আন এঠাইত কবিয়ে কৈছে –

> কবি দুৰ্গাবৰে বিৰাচিলা অনুপাম।
> পৰ্বত গহণ নীলগিৰি যাৰ নাম।।[3]
> নীলাচল নামে গ্ৰাম সংসাৰত সাৰ।
> আচয় পাৰ্ব্বতি অসুৰৰ খয়ঙ্কাৰ।।

---

১। বিশ্বাসী, বিষয়চন্দ্ৰ ঃ দুৰ্গাবৰী, সম্পাদকৰ মন্তব্য

২। শুৱালকুছিত সংৰক্ষিত সাঁচিপতীয়া পুথি

৩। দাস, ভাৰতচন্দ্ৰ ঃ অসমীয়া সাহিত্যৰ বুৰঞ্জী (মনসা শাখা) পৃঃ ৮১

দুৰ্গাবৰে *পদ্মাপুৰাণৰ* একাধিক স্থানত বাহুবল শিকদাৰ নামৰ এগৰাকী ব্যক্তিৰ কথা উল্লেখ কৰিছে –

(১) বাহুবল শিকদাৰ গন্ধৰ্ব্ব যে অৱতাৰ।
কবি দুৰ্গাবৰে গীত কৰিলা প্ৰচাৰ।।

(২) সুগন্ধ পুষ্পত যেন মালতী সুবাস।
বংশৰ মধ্যত বাহুবলৰ প্ৰকাশ।।
প্ৰতি দেৱবৰে পুত্ৰ পাইলেক প্ৰধান।
কবি দুৰ্গাবৰে গীত কৰিলা ব্যাখ্যান।।

(৩) বাহুবল শিকদাৰ যে পোৱা সুপ্ৰসন্নে।
চিৰঞ্জীৱী হৌক কবি দুৰ্গাবৰ ভণে।

উপৰোক্ত ভণিতাবোৰৰ পৰা ধাৰণা কৰিব পাৰি যে দুৰ্গাবৰে এটি কায়স্থ পৰিয়ালত জন্ম লাভ কৰিছিল। তেওঁ নীলগিৰি পাহাৰৰ নীলাচল গ্ৰামত থাকি *পদ্মাপুৰাণৰ* গীত ৰচনা কৰিছিল। এই নীলগিৰি বা নীলাচল অসুৰ নাশিনী দেৱী পাৰ্ব্বতিৰ আবাসস্থল। তেওঁ বাহুবল শিকদাৰ নামৰ এগৰাকী বিষয়াৰ পৃষ্ঠপোষকতাত পদ্মাৰ গীত প্ৰচাৰ কৰিছিল। বাহুবল শিকদাৰ এগৰাকী নৃত্য-গীত পটু গন্ধৰ্ব্ব অৱতাৰ সদৃশ ব্যক্তি আছিল।

দুৰ্গাবৰে তেওঁৰ *পদ্মাপুৰাণত* কমতাৰাজ বিশ্বসিংহৰ বন্দনা গাইছে –

কমতা ঈশ্বৰ ৰাজা বন্দো বিশ্বসিংহ নৃপবৰ।
আঠচল্লিশ মহিষী বন্দো অঠৰ কোঁৱৰ।।
পিতৃ-মাতৃক বন্দো সহস্ৰেক বাৰ।
গুৰুৰ চৰণে বন্দিবো শতবাৰ।।

কমতা ঈশ্বৰ বিশ্বসিংহৰ বন্দনা গীতিৰ পৰা এইগৰাকী নৃপতিৰ লগত দুৰ্গাবৰৰ *পদ্মাপুৰাণৰ* গীত ৰচনাৰ সম্বন্ধৰ বিষয়ে অনুমান কৰিব পাৰি। সম্ভৱতঃ কবিয়ে বিশ্বসিংহৰ ৰাজত্ব কালতে *পদ্মাপুৰাণৰ* গীত কৰিছিল।

গেইটৰ মতে হাৰিয়া মণ্ডলৰ পুত্ৰ বিশুৱে ১৫১৫ খৃষ্টাব্দ মানত বিশ্বসিংহ নাম লৈ সিংহাসনত উঠে।[৪] *দেওধাই অসম বুৰঞ্জীত* বিশ্বসিংহৰ ৰাজপাট লাভৰ সময় ১৪৪৯

৪। "Nothing daunted, he renewed his attack at a time, when the Bhuiya's soldiers had dispersed for a festival, and killed him. Following up this success, he subdued the chiefs of Phulguri and Bijni and other places, and gradually extended his rule as far as Karatoya ain the west and Bar Nadi in the east. He rose to power about 1515 A-D." A History of Assam, 1981 p. 48

শক বা ১৫২৭ খৃষ্টাব্দ বুলি দিয়া আছে – "পাচে ভূঞাক মাৰিলে। ঠাট, কন্টক, হাথীয়াৰ, আহিলা পাতি সকলো পালে। সবাকে লৈই ঘৰলৈই গ'ল। পাচে সবে মিলি বিশ্বসিংহ নাম ৰাজা পাতি থলে।"[৫] ১৫৪০ খৃষ্টাব্দ মানত বিশ্বসিংহৰ মৃত্যু হয়।[৬]

দুৰ্গাবৰে বিশ্বসিংহৰ ওঠৰজন পুত্ৰৰ কথা উল্লেখ কৰালৈ চাই ৰজাগৰাকীৰ ৰাজত্বৰ শেহৰ ফালে তেওঁ *পদ্মাপুৰাণ*ৰ পদ কৰিছিল বুলি ভাবিব পাৰি। ড° নেওগৰ মতে - - "ইয়াৰ ভিতৰত মন কৰিবলগীয়া - দুৰ্গাবৰে বিশ্বসিংহৰ আটাই কেইজন পুত্ৰৰ কথা উল্লেখ কৰাটো। ইয়াৰ পৰা পদ্মাৰ পাঁচালী বিশ্বসিংহৰ ৰাজত্ব-কালত ৰচনা কৰা বুলি ললেও তাৰ শেষ ভাগলৈ ধৰিব লগীয়া হয়। নৰনাৰায়ণৰ ৰাজত্ব-কালত ৰচিত হলেও পুথিখনিত বিশ্বসিংহৰ এনে বন্দনা থাকিব পাৰে ..... মুঠতে দুৰ্গাবৰক বিশ্বসিংহ আৰু নৰনাৰায়ণৰ ৰাজত্বৰকালৰ লোক বুলি ধৰিলে প্ৰমাদৰ সম্ভাবনা থাকিব যেন নালাগে।"[৭]

ৰাজ সিংহাসনত অধিষ্ঠিত হোৱাৰপৰা বিশ্বসিংহই হিন্দু ধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল। তেওঁ শিৱ আৰু দুৰ্গাৰ ভক্ত আছিল। ব্ৰাহ্মণ দৈবজ্ঞ আৰু বৈষ্ণৱসকলক দান দিছিল। বিশ্বসিংহই সেই সময়ত পৰিত্যক্ত অৱস্থাত পাই কামাখ্যাৰ দেৱী- পীঠত পূজা-উপাসনাৰ পুনৰ প্ৰবৰ্তন কৰিছিল আৰু মন্দিৰ পুনৰনিৰ্মাণ কৰিছিল। তেওঁ কনৌজ, কাশী আদি ঠাইৰ পৰা ব্ৰাহ্মণ সজ্জনসকলক আনি মন্দিৰৰ পূজা-অৰ্চনাৰ কাৰণে সংস্থাপিত কৰিছিল।[৮] কামাখ্যাৰ দেৱী মন্দিৰত বিশ্বসিংহৰদ্বাৰা পূজা-উপাসনাৰ পুনৰ প্ৰবৰ্তন আৰু পৃষ্ঠপোষকতাৰ লগত দুৰ্গাবৰৰ পদ্মা-পুৰাণৰ পদ কৰাৰ আনুষংগিক সম্বন্ধ আছিল বুলি অনুমান কৰিব পাৰি। তেনে বিচাৰত দুৰ্গাবৰৰ মনসাৰ গীত ৰচনাৰ সময় বিশ্বসিংহৰ ৰাজত্ব কালৰ ভিতৰত ধৰিব পাৰি। গতিকে দুৰ্গাবৰৰ সময় ষোড়শ শতিকাৰ মাজ ভাগত স্থাপন কৰিব পাৰি।

দুৰ্গাবৰৰ ৰামায়ণৰ গীত পদ্মা-পুৰাণতকৈ পাছৰ ৰচনা। এইখিনিতে উল্লেলখ কৰিব পাৰি যে কোনো কোনোৱে মনসাৰ গীতৰ ৰচক দুৰ্গাবৰ আৰু ৰামায়ণী গীতৰ ৰচক দুৰ্গাবৰক দুজন ব্যক্তি বুলি কব খোজে। এনে ধাৰণাৰ মূলতে মনসা কবি দুৰ্গাবৰ আৰু ৰামায়ণী কবি দুৰ্গাবৰৰ আপাত দৃষ্টিত দেখা পোৱা ধৰ্মীয় আদৰ্শৰ পাৰ্থক্য। এনে ধাৰণাৰ প্ৰথম ইংগিত দিয়ে ড° মহেশ্বৰ নেওগে। ড° নেওগৰ মতে – "গীতি

---

৫। ভূঞা, সূৰ্য্যকুমাৰ ঃ (সম্পাদিত) দেওধাই অসম বুৰঞ্জী, ১৯৬২, পৃঃ ১৭৫

৬। Gait, E : A History of Assam; [. 49

৭। নেওগ, মহেশ্বৰ ঃ দুৰ্গাবৰী গীতি-ৰামায়ণ, ভূমিকা

৮। Gait, E : A history of Assam, p. 49

ৰামায়ণত কবিয়ে নিজকে ৰামপদ-কিঙ্কৰ' বুলি বৰ্ণালেও তেওঁক বিশেষ কোনো ৰামাৱত সম্প্ৰদায়ৰ লোক বুলি ধৰিব নোৱাৰি। দুৰ্গাবৰী পদ্মাৰ পাঁচালীত ৰামভক্তি ৰ কোনো নিদৰ্শন পোৱা নাযায়। কিন্তু সেই বাবেই মনসা কবি দুৰ্গাবৰ আৰু ৰামায়ণী কবি দুৰ্গাবৰক দুজন ব্যক্তি বুলি ভাবিব পাৰি নেকি?"[৯]

ড° নেওগৰ ইংগিতৰ সূত্ৰ ধৰি ড° উপেন্দ্ৰনাথ গোস্বামীয়ে দুজন দুৰ্গাবৰৰ অস্তিত্বৰ সম্বন্ধে যুক্তি আগ-বঢ়াইছে।[১০] ড° গোস্বামীৰ যুক্তি মতে, প্ৰথমতে অৰণ্যকাণ্ডৰ আৰম্ভণিত *শ্ৰীশ্ৰীগণেশায় নমঃ। শ্ৰীশ্ৰীৰাম চন্দ্ৰয় নমঃ*। বুলি আছে আৰু কাব্যখনিৰ আৰম্ভ হৈছে এনেদৰে – *"জয় জয় ৰামচন্দ্ৰ জগতৰ পতি।"* পদৰ ক্ষেত্ৰত ভণিতা দিয়া হৈছে – *"ভণে কবি দুৰ্গাবৰ'* এড়ি আন কাম। *পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম*।।" বুলি। তেওঁৰ মতে কাব্যখনিৰ বৰ্ণনা আৰু ভণিতাৰপৰা *"গীতি-ৰামায়ণ*ৰচক দুৰ্গাবৰ এজন বৈষ্ণৱ আৰু পুথিখনিৰ জৰিয়তে কবিয়ে একশৰণ-নামধৰ্ম প্ৰচাৰৰ প্ৰয়াস পাইছে" বুলি স্পষ্টৰূপে কব পাৰি। *গীতিৰামায়ণ*ৰ গুৰিৰপৰা শেষলৈকে বিষ্ণু-ভক্তিৰ যি সুৰ অনুৰণিত হৈছে মনসা-পুথি 'দুৰ্গাবৰীত তাৰ এই সুৰৰ কতো প্ৰতিধ্বনি পৰ্য্যন্ত নাই।" ড° গোস্বামীয়ে মন্তব্য কৰিছে — "*গীতি-ৰামায়ণ*ৰ কবি দুৰ্গাবৰ 'ৰামৰ সেৱক'। মনসা-কবি দুৰ্গাবৰ, 'পদুমাইৰ দাস। *গীতি-ৰামায়ণ*ৰ আৰম্ভণিত আছে, শ্ৰীশ্ৰীগণেশায় নমঃ। মনসাপুথিৰ আৰম্ভণিত আছে বিষহৰ্য্যৈ নমঃ। গীতি-ৰামায়ণত 'ভকতৰ অৰ্থে ৰামে অন্যায় কৰন্তা। দুৰ্গাবৰীত বিষহৰী অভক্তজনৰ প্ৰতি অতিশয় হিংসা পৰায়ণ। দুয়োখন পুথিৰ বিষয়-বস্তু আৰু ভাৱধাৰাৰ কোনো সাদৃশ্য নাই। দুয়োখনৰ ৰচকৰ ৰুচি ভিন্ন, অভিপ্ৰায় সুকীয়া। ড° গোস্বামীয়ে গীতি-ৰামায়ণ আৰু মনসা-পুথিৰ পদ, ছন্দ বৰ্ণনা আৰু ভাষাৰ পাৰ্থক্যৰ বিচাৰতো দুয়োখন পুথিৰ ৰচক দুজন ব্যক্তি বুলি ঠাঁৱৰ কৰিছে। তেওঁৰ মতে "ভাষাৰ দৃষ্টিৰে চালে ৰামায়ণী কবিৰ ভাষা বৈষ্ণৱ-কবিসকলে অনুসৰণ কৰা পৰম্পৰা অনুযায়ী চলি অহা ভাষা। মনসা-কবিৰ ভাষা কথিত ভাষাৰ অনুগামী।" এনে বিচাৰ বিবেচনাৰে ড° গোস্বামীয়ে সিদ্ধান্ত কৰিছে – "প্ৰত্যেক ক্ষেত্ৰতে সম্পূৰ্ণ বিপৰীত বৈশিষ্ট্যযুক্ত কবি দুজনাক এজন বুলি ভাবিবৰ অৱকাশ নাই। মনসা কবি দুৰ্গাবৰ হৈছে অ-বৈষ্ণৱ কবি আৰু গীতি-ৰামায়ণৰ কবি দুৰ্গাবৰ বৈষ্ণৱ কবি।"[১১]

ড° গোস্বামীয়ে যিখিনি যুক্তিৰ আধাৰত মনসা কবি আৰু ৰামায়ণী কবি দুজন দুৰ্গাবৰ বুলি প্ৰতিপন্ন কৰিছে সেই যুক্তিৰ প্ৰযোজ্যতা কিমানখিনি তাক বিচাৰ-বিশ্লেষণ

---

৯। নেওগ, মহেশ্বৰ ঃ দুৰ্গাবৰী গীতি-ৰামায়ণ, ভূমিকা

১০। গোস্বামী, উপেন্দ্ৰনাথ। ভাষা আৰু সাহিত্য, গুৱাহাটী, ১৯৯০, পৃষ্ঠা ১৪২-১৫২

১১। প্ৰাগুক্ত গ্ৰন্থ, পৃষ্ঠা, ১৫২

কৰিব পাৰি। প্ৰথমতে, ড০ গোস্বামীয়ে পুথি দুখনিৰ আৰম্ভণি বাক্যৰ বিষয়ে কৈছে -- ৰামায়ণৰ অৰণ্য-কাণ্ডৰ আৰম্ভণিত আছে "শ্ৰীশ্ৰীগণেশায় নমঃ। কিন্তু মনসা পুথিৰ আৰম্ভ হৈছে 'বিষহৰ্য্যৈ নমঃ।' বুলি। গতিকে উপাস্য দেৱতাৰ বন্দনা শ্লোকৰ আধাৰত দুয়োখন কাব্যৰ ৰচক দুজন ব্যক্তি বুলিব পাৰি। কিন্তু প্ৰকৃত বিচাৰত এনে বন্দনাশ্লোকৰ আধাৰত কাব্য এখনৰ ৰচকৰ পৰিচয় বিচাৰ কৰাটো সহজ সাধ্য নহয়। প্ৰাচীন পুথিবোৰ পৰম্পৰাগতভাৱে একো একোজন লিপিকাৰে সময়ে সময়ে নকল কৰি আহিছে। একোজন লিপিকাৰে পুথি একোখন নকল কৰাটোক এটি শুভকৰ্ম বুলি ভাবে। সেয়ে এনে এটি কাম আৰম্ভ কৰোতে তেওঁ একোজন ইষ্টদেৱতাক স্মৰণ কৰে আৰু পুথিৰ আৰম্ভণিতে তেনে দেৱ-দেৱীৰ নাম লিপিবদ্ধ কৰে। গতিকে আৰম্ভণিৰ দেৱ-দেৱীৰ বন্দনা সূচক একোটা শ্লোক পুথিৰ মূল ৰচকৰ সৃষ্টি বুলি খাটাং ভাবে কব নোৱাৰি। ড০ গোস্বামীয়ে উল্লেখ কৰা বন্দনা শ্লোকটো ৰামায়ণৰ অৰণ্য কাণ্ডৰ এটা পাণ্ডুলিপিত পোৱা। এতিয়ালৈকে পণ্ডিতসমাজৰ দৃষ্টিগোচৰ নোহোৱা দুৰ্গাবৰৰ অজোধ্যা কাণ্ডৰ আৰম্ভণিৰ বন্দনা শ্লোকটো গণেশ বা ৰামচন্দ্ৰৰ উদ্দেশ্যে ৰচিত নহয়। অজোধ্যা কাণ্ডৰ আৰম্ভণি হৈছে -- শ্ৰীকৃষ্ণায়ে নমো নমঃ।' বুলিহে। ইয়াৰ পাছতে পাণ্ডুলিপিটোত এটা সংস্কৃত শ্লোক লিপিবদ্ধ কৰা আছে, সেইটো হৈছে --

ৰামং লক্ষ্মণং পূৰ্ব্বজং ৰঘুবৰং
সীতা পতি সুন্দৰং কাকুৎস্থং কৰুণাময়ং।
গুণনিধিং বিপ্ৰপ্ৰিয়ং ধাৰ্ম্মিকং ৰাজেন্দ্ৰং
সত্যসন্ধ্যং দশৰথতনয়ং ৰাঘৱং ৰাবণাৰি

আকৌ বুৰঞ্জী পুৰাতত্ত্ব বিভাগত সংৰক্ষিত পাণ্ডুলিপিৰ অৰণ্যকাণ্ডৰ আৰম্ভণি শ্লোক বিষয়চন্দ্ৰ বিশ্বাসীৰ ছপা সংস্কৰণত থকা (শ্ৰীশ্ৰীগণেশায় নমঃ।। শ্ৰীশ্ৰীৰামচন্দ্ৰায় নমঃ।।) শ্লোকৰ লগত একে নহয়। পুৰাতত্ত্ব বিভাগৰ পাণ্ডুলিপিৰ আৰম্ভণি শ্লোক হৈছে --

শ্ৰীকৃষ্ণায় নমো।।
নমূ নমূ ৰাম। বিঘিনি খণ্ডন। ৰঘুৰ নন্দন ৰাম।।
সহস্ৰেক বাহু। স্ৰহস্ৰেক শিৰ। জাৰ সহস্ৰেক নাম।।
বাপৰ সত্যক পালিয়া ৰাঘৱে
সিতা সমে গৈলা বনে।
বুলন্ত কৰ্ন্দোলি। আন গতি নাই
ৰামৰ দুই ছৰণ।।

কৌতূহলজনকভাৱে হাজোৰ পৰা উদ্ধাৰ হোৱা অজোধ্যা কাণ্ড আৰু পুৰাতত্ত্ব বিভাগৰ পুথিৰ আৰম্ভণিৰ শ্লোক দুটা মাধৱ কন্দলিৰ ৰামায়ণৰ লঙ্কা কাণ্ডৰ আৰম্ভণিতে পোৱা যায়। হাজোৰ পাণ্ডুলিপিৰ শ্লোকটো মাধৱ কন্দলিত এনেদৰে আছে —

ৰামং লক্ষ্মণং পূৰ্ব্বজং ৰঘুবৰং সীতাপতিং সুন্দৰং।

কাকুৎস্থ কৰুণাময়ং গুণনিধিং বিপ্ৰপ্ৰিয়ং ধাৰ্ম্মিকং।।

ৰাজেন্দ্ৰং সত্যসন্ধং দশৰথ তনয়ং শ্যামলং শান্ত মূৰ্ত্তিং।

বৃন্দে লোকাভিৰামং ৰঘুকুলতিলকং ৰাঘৱং ৰাৱণাৰিং।।

পুৰাতত্ত্ব বিভাগৰ পাণ্ডুলিপিত পোৱা শ্লোকটো কন্দলি ৰামায়ণত দুলড়ি ছন্দত এনেদৰে আছে —

নমো নাৰায়ণ বিঘিনি খণ্ডন
ৰঘুৰ নন্দন ৰাম।
সহস্ৰেক বাহু সহস্ৰেক শিৰ
যাৰ সহস্ৰেক নাম।।
বাপৰ সত্যক পালিয়া ৰাঘৱে
সীতা সমে গৈলা বন।
বোলন্ত কন্দলি আন গতি নাই
ৰামৰ দুই চৰণ।।

দুয়োখন পুথিৰ আৰম্ভণি পদৰো পাৰ্থক্য পৰিলক্ষিত হয়। বিশ্বাসীৰ সংস্কৰণৰ আৰম্ভণিৰ পদ —

জয় জয় ৰামচন্দ্ৰ জগতৰ পতি।

নমোহো লক্ষণ তান অনুজ সম্প্ৰতি।

পুৰাতত্ত্ব বিভাগত সংৰক্ষিত অৰণ্যকাণ্ডৰ আৰম্ভণি পদ হৈছে —

জয় জয় নমোঁ নাৰায়ণ মহেস্বৰ।

অজাতিয়ো তৰে নাম মাত্ৰ লৈলে জাৰ।।

আমি সন্ভেদ পোৱা দুৰ্গাবৰৰ অজোধ্যা কাণ্ডৰ আৰম্ভণি পদৰ লগত অৰণ্য কাণ্ডৰ পদৰ পাৰ্থক্যও মন কৰিবলগীয়া।

অযোধ্যা কাণ্ডৰ আৰম্ভণিৰ পদ এনেধৰণৰ —

জয় জয় কৃষ্ণদেৱ জয় সুলপাণি।
জয় জয় দুৰ্গাদেৱী জগত জননী।।
যাহাৰ কৃপাত তৰী বৈকুণ্ঠক জাই।
এতেকেসে সাধুসবে হৰিগুণ গাই।।
ৰাম নাম বিনে আন নাহিকে মুকুতি।।
অনাথৰ নাথ প্ৰভু ৰাম ৰঘুপতি।।
এতেকে সমস্তজনে শুনা এহি পদ।
ইহাক শ্ৰবণে পাইবা পৰম সম্পদ।।

ড° গোস্বামীয়ে কোৱাৰ দৰে "গীতি-ৰামায়ণ'ৰ শুৰিৰ পৰা শেষলৈকে বিষ্ণু ভক্তিৰ" বাহিৰে অইন দেৱ-দেৱীৰ একেবাৰে উল্লেখ নাই বুলিব নোৱাৰি। উদাহৰণ স্বৰূপে সম্প্ৰতি পোহৰলৈ অহা অযোধ্যা কাণ্ডত একাধিক বাৰ চণ্ডিকা দেৱীৰ পূজাৰ কথা পোৱা যায়। প্ৰথমতে ৰামক যুৱৰাজ পতা হব বুলি শুনি কৌশল্যা, সুমিত্ৰা আৰু সীতাই ঘট স্থাপন কৰি চণ্ডিকাৰ পূজা কৰাৰ বৰ্ণনা আছে —

কৌশল্যা সুমিত্ৰা আৰু জনেক সুন্দৰি।
বাত্ৰা পাই আনন্দ ভৈলেক সব নাৰি।।
চণ্ডিকাৰ অৰ্থে ঘট স্থাপন কৰিলা।
ৰামৰ কল্যাণ হেতু পূজা আৰম্ভিলা।।

আকৌ ৰামচন্দ্ৰই বনবাস যাত্ৰালৈ ওলাই কৌশল্যাৰ পৰা বিদায় লবলৈ যাওতে কৌশল্যাই ৰামৰ কল্যাণৰ অৰ্থে নানা বিধ বলি দি চণ্ডিকাৰ পূজা কৰি থকা পাইছেগৈ[১২]

কোসল্যা আচয় চণ্ডিকাৰ পূজা কৰি।
ৰামৰ কল্যাণ হেতু চিন্তা স্থিৰ কৰি।।
সখি সবে সঙ্গে কতো কৰে হুলাহুলি।
চণ্ডিকাৰ অৰ্থে দেও নানাবিধ বলি।।

---

১২। মন কৰিবলগীয়া যে মাধৱ কন্দলিৰ ৰামায়ণত কৌশল্যাই সেই সময়ত বিষ্ণু পূজা কৰি থকাৰ কথা আছে -
পাছে প্ৰবেশিলা গৈয়া কৌশল্যাৰ থান।
বিষ্ণুক পূজন্তে দেখিলন্ত নিজ মাং।
দুই ভাই মিলি পনমিলা তান পাৱ।।

গতিকে আৰম্ভণী শ্লোক আৰু পদৰ বিচাৰেৰে মনসা কবি দুৰ্গাবৰক 'পদু মাইৰ দাস' আৰু ৰামায়ণী কবি দুৰ্গাবৰক ৰামৰ সেৱক বৈষ্ণৱ কবি বুলিবলৈ টান। প্ৰকৃত অৰ্থত দুৰ্গাবৰ এজন পাঁচালী বা পাঞ্চালী গায়ক বৃত্তিয়াল (Professional) ওজা আছিল বুলি কব পাৰি। তেওঁ প্ৰথমতে মৌখিক পৰম্পৰাত প্ৰচলিত মনসাৰ পাঁচালীৰ গীত-পদ ৰচনা কৰিছিল। নীলাচল গিৰিত অৱস্থিত কামাখ্যা মন্দিৰৰ মনসা পূজাৰ উৎসৱ-অনুষ্ঠানৰ প্ৰয়োজনীয়তালৈ চাই বাহুবল শিকদাৰ নামৰ কোচ বিষয়াৰ পৃষ্ঠপোষকতাত তেওঁ পদ্মা-পুৰাণৰ গীত ৰচিছিল। পাছলৈ দুৰ্গাবৰে ৰামকথাৰ আধাৰত হাজোত থাকি ৰামায়ণৰ গীত ৰচনা কৰে। দুৰ্গাবৰৰ ৰামায়ণী গীতৰ আকৰ গ্ৰন্থ মাধৱ কন্দলিৰ ৰামায়ণ আছিল। অৱশ্যে তেওঁ লোক-পৰম্পৰাত প্ৰচলিত ৰাম কথাৰ বহুতো কথা আৰু কাহিনী তেওঁৰ কাব্যখনিত সফল ভাবে অন্তৰ্ভূক্ত কৰিছে। ড° গোস্বামীয়ে মনসা কৰি দুৰ্গাবৰৰ ভাষা 'কথিত ভাষাৰ অনুগামী' আৰু ৰামায়ণী কবি দুৰ্গাবৰৰ ভাষা বৈষ্ণৱ কবিসকলে অনুসৰণ কৰা পৰম্পৰা অনুযাযী চলি অহা ভাষা' বুলি দেখুৱাই দিয়া ভাষাৰ পাৰ্থক্যৰ মূলতে কবিয়ে কাব্য দুখনৰ ৰচনাত মৌখিক পৰম্পৰা আৰু লিখিত কাব্যক আকৰ (Source) হিচাপে লোৱা কাৰণটোলৈ নিৰ্দেশ কৰিব পাৰি।

ইতিমধ্যে উল্লেখ কৰা হৈছে যে দুৰ্গাবৰ প্ৰকৃততে এগৰাকী বৃত্তিয়াল পাঁচালী গায়ক আছিল। বৃত্তিয়াল পৰিবেশ্য কলা শিল্পীৰ (Professional performing artist) কোনো ধৰ্মীয় আনুগত্য নাথাকে যদিহে শিল্পী গৰাকী কোনো বিশেষ ধৰ্মীয় পৰম্পৰাৰ অনুগামী নহয়। দুৰ্গাবৰক কোনো ধৰ্মীয় পন্থৰ অনুগামী আছিল বুলিবলৈ এতিয়ালৈকে কোনো তথ্য পোহৰলৈ অহা নাই। শংকৰদেৱ প্ৰচাৰিত নৱ-বৈষ্ণৱধৰ্মীয় পৰম্পৰাৰ অনুগামী বুলিবলৈকো দুৰ্গাবৰৰ সম্বন্ধে কোনো তথ্য নাই। মনসা গীত আৰু ৰামায়ণী গীতৰ মাজত যদি কোনো বিশেষ ধৰ্মীয় বাণী অথবা দেৱ-দেৱীৰ মাহাত্ম্য সূচক কথা আছে সেইবোৰ কবিৰ নিজৰ ধৰ্মীয় আদৰ্শৰ প্ৰকাশক নুবুলি যিসকল শ্ৰোতাৰ উদ্দেশ্যে তেওঁ গীত-পদ ৰচনা কৰিছিল তেওঁলোকৰ মনোৰঞ্জন আৰু ৰসাস্বাদনৰ বাবেহে তেনেস্তুতি বাক্য সংযোজিত কৰিছিল বুণি ভাবিব পাৰি। মন কৰিবলগীয়া যে অসমৰ ওজাপালি অনুষ্ঠানৰ দুটি প্ৰধান ধাৰা বিয়াহ গোৱা আৰু সুকনানী ওজাৰ মাজত ধৰ্মীয় আনুষংগিকতাৰ পাৰ্থক্য আছে যদিও এতিয়াও সুকনানী গোৱা ওজাই মনসাৰ গীতৰ উপৰিও স্থান বিশেষে বিয়াহ গোৱা ওজাপালিৰ মহাকাব্য-পুৰাণ আশ্ৰিত গীত-পদ গোৱাও দেখা যায়। উদাহৰণ স্বৰূপে হাজোত দুৰ্গা পূজা আদিত আজিও সুকনানী পৰম্পৰাৰ ওজাপালিয়ে হয়গ্ৰীৱ-মাধৱ মন্দিৰৰ নামনিত বিয়াহৰ গীত-পদ পৰিবেশন কৰা দেখা যায়। এনে গীত-পদবোৰ ওজা অথবা তেওঁৰ সংগীয়ে নিজে ৰচনা কৰি গোৱা অথবা কোনো গুৰুৰ দ্বাৰা ৰচিত পোৱা যায়। এনে বিচাৰত দুৰ্গাবৰে মনসাৰ গীত আৰু ৰামায়ণী গীত ৰচনা আৰু পৰিবেশন কৰা কাৰ্য অসম্ভৱ বুলি ভাবিব নোৱাৰি। গতিকে দুজন দুৰ্গাবৰ একজন লোক আছিল বুলি কব

পাৰি। কোচ ৰজা বিশ্বসিংহৰ ৰাজত্ব কালত তেওঁ কামাখ্যাত থাকি পদ্মা-পুৰাণৰগীত-পদ ৰচনা আৰু পৰিবেশন কৰিছিল। পাছলৈ তেওঁ হাজোত থাকি ৰামায়ণৰ গীত-পদ ৰচনা আৰু পৰিবেশন কৰিছিল বুলি ধাৰণা কৰিব পাৰি। উল্লেখযোগ্য যে পুৰণি কালত একোজন কবিয়ে একাধিক স্থানত থাকি কাব্য ৰচনা কৰাৰ দৃষ্টান্ত পোৱা যায়। এনেদৰে স্থান পৰিবৰ্তন কৰি কাব্য ৰচনা কৰাৰ প্ৰধান কাৰণ আছিল কোনো ৰজা, বিষয়া অথবা ধৰ্মস্থানৰ পৰা পোৱা পৃষ্ঠপোষকতা। কবি ৰাম সৰস্বতীয়ে কোচ ৰাজ্যৰ বিভিন্ন স্থানত থাকি কাব্য ৰচনা কৰা কাৰ্য এনে এটি উৎকৃষ্ট নিদৰ্শন। অতি প্ৰাচীন কালৰ পৰাই হাজো আৰু কামাখ্যাৰ সামাজিক-সাংস্কৃতিক সম্বন্ধ থকাৰ কথা জনা যায়। মাৰ্কণ্ডেয় পুৰাণত কামৰূপৰ মণিশৈল আৰু মহানীল নামৰ দুখন প্ৰধান পৰ্বতৰ উল্লেখ আছে। এই মণিশৈল হাজোৰ হয়গ্ৰীব-মাধৱ মন্দিৰ অৱস্থিত মণিকুট পাহাৰ আৰু মহানীল কামাখ্যা মন্দিৰ অৱস্থিত নীলাচল পাহাৰ বুলি নিৰ্দেশ কৰা হয়।[১৩] একাদশ শতিকাৰ কালিকা পুৰাণ আৰু ষোড়শ শতিকাৰ যোগিণী তন্ত্ৰ গ্ৰন্থতো হাজো আৰু কামাখ্যা তীৰ্থক্ষেত্ৰৰ ঘনিষ্ঠ যোগসূত্ৰৰ বৰ্ণনা আছে। আকৌ বিশ্বসিংহ, নৰনাৰায়ণ আৰু ৰঘুদেৱ প্ৰভৃতি কোচ-ৰজাসকলেও হাজো আৰু কামাখ্যাৰ তীৰ্থক্ষেত্ৰৰ পুনৰ নিৰ্মাণ আৰু পৰিচালনাৰ ক্ষেত্ৰত সমান গুৰুত্ব দিছিল। তেওঁলোকে, এই দুয়োখন তীৰ্থক্ষেত্ৰৰ সু-পৰিচালনাৰ অৰ্থে ভূমি দান দিয়াৰ উপৰিও ব্ৰাহ্মণ, দৈৱজ্ঞ আৰু বিভিন্ন বৃত্তিয়ান লোকক নিযুক্ত কৰিছিল। গতিকে দুৰ্গাবৰে একে ৰাজবংশৰ অধীনত থকা দুখন সাংস্কৃতিক ঐতিহ্যপূৰ্ণ স্থান কামাখ্যা আৰু হাজোত থাকি ভিন ভিন সময়ত মনসাৰ গীত আৰু ৰামায়নী গীত ৰচনা কৰাৰ কাৰ্যত অস্বাভিকতা দেখা নাযায়।

## দুৰ্গাবৰী ৰামায়ণৰ কেইটামান দিশ

### সীতাৰ দ্বাৰা মায়া অযোধ্যাৰ সৃষ্টি আৰু কামখেৰি পৰ্ব ঃ

ৰসিক সম্প্ৰদায়ৰ ৰচনাত চিত্ৰকূটত থকা কালত ৰামচন্দ্ৰৰ ৰাসলীলাৰ বিস্তাৰিত বিৱৰণ পোৱা যায়। এইবোৰ ৰচনাৰ ভিতৰত শিৱ-সংহিতা, হনুমৎ সংহিতা, শুক সংহিতা, ভুচুন্দী ৰামায়ণ, বৃহৎ কোশল খণ্ড আদি গ্ৰন্থৰ নাম উল্লেখযোগ্য। এই গ্ৰন্থবোৰৰ ৰচনাকাল পঞ্চদশ-সপ্তদশ শতিকাৰ বুলি অনুমান কৰা হৈছে। ইয়াৰ ভিতৰত হনুমৎ সংহিতা গ্ৰন্থত ৰামচন্দ্ৰই প্ৰিয়তমা জানকী আৰু তেওঁৰ অসংখ্য ৰূপ যৌৱন সম্পন্না সখী সকলৰ সৈতে সৰযু নদীৰ পাৰত বিহাৰ কৰাৰ বৰ্ণনা আছে। শুক সংহিতা গ্ৰন্থৰ মতে চিত্ৰকুটত থকাৰ সময়ত সীতাই ৰাম আগত ৰাধা কৃষ্ণ ৰূপে ব্ৰজ বিহাৰ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰে। সীতাৰ অনুৰোধত ৰামে চিত্ৰকুটত দিব্য বৃন্দাবনৰ সৃষ্টি কৰে। সেই দিব্য বৃন্দাবনত ব্ৰহ্মা-ব্ৰহ্মাণী, বিষ্ণু-লক্ষী, শিৱ-পাৰ্বতী আৰু ষাঠিহেজাৰ দণ্ডকাৰণ্যবাসী ঋষিয়ে গোপীভাবেৰে ৰাম-সীতাৰ লগত মহাৰাসত মগ্ন হয়। ভুচুন্দী

---

১৩। Das, Prabin Chandra : Hajo : A Socio-cultural Sutdy (Ph. D. thesis), 1982, p. 49

ৰামায়ণত ৰামে বিবাহৰ পূৰ্বতে অযোধ্যাৰ প্ৰমোদবনত গোপীসকল আৰু নিজৰ পৰাশক্তি সীতাৰ লগত ৰাসলীলা কৰাৰ কথা পোৱা যায়।

দুৰ্গাবৰে ৰাম সীতা দণ্ডকাৰণ্যত চন্দ্ৰ ভাগা নদীৰ পাৰত চিত্ৰকুট পৰ্ব্বতত বিশ্বকৰ্মা নিৰ্মিত মেৰত থকা সময়ত সীতাই মায়া অযোধ্যাৰ সৃষ্টি কৰাৰ কাহিনী বৰ্ণনা কৰিছে। চিত্ৰকুট গিৰিৰ গহ্বৰত এদিন ৰাম সীতাই পাশা খেলি থকা অৱস্থাত ৰামচন্দ্ৰই শোকৰ নিশ্বাস কঢ়া দেখি সীতাই তেওঁৰ অসন্তোষৰ কাৰণ সুধিলে। ৰামচন্দ্ৰই তেওঁৰ অযোধ্যা নগৰীৰ কথা মনত পৰাত তেওঁৰ অন্তৰ শোকত উথলি উঠা বুলি কলে। ৰামে আৰু কলে যে বনবাসী নহৈ অযোধ্যাত থকাহেতেন তেওঁলোকে সেই দুদিনত পাত্ৰ-মন্ত্ৰী সকলৰ লগত কাম পৰ্ব মদন খেৰি উৎসৱত যোগদান কৰিলেহেতেন। সীতাই তেতিয়া ৰাম চন্দ্ৰক শোক তেজিবলৈ কলে আৰু ৰামৰ আনন্দৰ কাৰণে সেই স্থানত মায়া অযোধ্যাপুৰীৰ সৃষ্টি কৰিলে।

স্ৰজিবো অজোধ্যাপুৰি পাত্ৰ মন্ত্ৰীগণ।
এহি মানে দিবো প্ৰভু কৰা ৰঙ্গমন।।
মন সুখে কৰা প্ৰভু মনোহৰ কেলি।
হৈবেক কুসুম বস্ত্ৰ মোহে চিত্ৰাৱলি।।
এহি বুলি সীতা সতী গুনিলেক মনে।
যে হেন অজোধ্যাপুৰি স্ৰজিলেক তেনে।।
হস্তি ঘোৰা স্ৰজিলেক পাত্ৰ মন্ত্ৰী গণ।
সুবৰ্ন্নৰ তম্ভ মনিময় বিচক্ষণ।।
আয়াস মন্দিৰ সুশোভন সিংহাসন।
পঞ্চ শব্দ বজায়ে নৰ্তকী নটগন।
দন্দুকা অৰণ্যে দেবি অজধ্যা স্ৰজিলা।
নানা জাতি তৰু ফল সব ভৈলা।।
মালতি মধাই পাৰিজাত জে পলাস।
প্ৰফুল্ল ফুলিতে আচে মলয়াৰ ৰস।।
সুৰভি সিতল বহে-মলয়া পৱন।
তাহাত ভ্ৰমিয়া ফুৰে জত পক্ষী গণ।
ভ্ৰমি ভ্ৰমি ভ্ৰমৰা ভুঞ্জয়ে মধুৰস।
দেখিয়া ৰামৰ বৰ মিলিলা সন্তোষ।।

ৰাম, লক্ষ্মণ, সীতাই অগৰু চন্দন, পুষ্প অলংকাৰেৰে নিজকে বিভূষিত কৰি সেই মায়া অযোধ্যাত মোট খেলাত মত্ত হ'ল —

লাস ভাস কৰিয়া মদনে মোহে মন।
হাতে মোট ধৰিলন্ত শ্ৰীৰাম লক্ষ্মণ।।
সীতায়ো ধৰিলা মোট উত্তম স্বভাৱ।
অজ্যোধ্যাৰ লোকে মোট লৈলা গাৱে গাৱ।।
চৈত্ৰাৱলী চতুৰ্দ্দশী খেলাৱন্ত খেৰি।
মোটৰ পাকত যেন ধৰে বেৰি বেৰি।।
দিন অস্তাগত জেবে অবসান ভৈলা।
খেৰি এৰি ৰাম নিজ আশ্ৰমত গৈলা।।
আসিয়া বসিলা ৰাম দিব্য সিংহাসন।
সীতা সমে কৰে কেলি পুৰি নিজ মন।।
অন্তৰ্দ্ধান ভৈলা সবে অজোধ্যা নগৰি।

ৰসিক সম্প্ৰদায়ৰ সাহিত্যত ৰামচন্দ্ৰই চিত্ৰকুটত বৃন্দাবনৰ সৃষ্টি কৰি সীতাৰ লগত ৰাড়ক্ৰীড়া কৰাৰ কাহিনীৰ পৰিবৰ্তে দুৰ্গাবৰ ৰামায়ণত সীতাই মায়া অযোধ্যা সৃষ্টি কৰি কামপৰ্ব, মদন খেৰি উৎসৱত অংশ গ্ৰহণ কৰাৰ বৰ্ণনা অসমীয়া কবিৰ এক অনুপম সৃষ্টি।

অতীজত অসমত মদন পূজাৰ ব্যাপক প্ৰচলন থকাৰ কথা জনা যায়। কালিকা পুৰাণ যোগিনীতন্ত্ৰৰ একাধিক স্থানত কামৰূপৰ বিভিন্ন ঠাইত মদন পূজা আৰু মদনোৎসৱ অনুষ্ঠিত হোৱাৰ উল্লেখ পোৱা যায়। কালিকাপুৰাণত হাজোৰ কেদাৰ মন্দিৰ অৱস্থান কৰা দেৱতাগৰাকীৰ পাহাৰখনক মদনাচল বুলি উল্লেখ কৰা হৈছে আৰু তাত থকা কাম নামৰ উপাসনা পদ্ধতিৰ বিৱৰণ সন্নিবিষ্ট কৰা হৈছে।[১৪] কালিকা পুৰাণতকৈ কিছুপিছৰ ৰচনা যোগিনী তন্ত্ৰতো কাম একাদশীৰ দিনা হাজোৰ বাৰানসীয় কুণ্ডত পুণ্যস্নান কৰাৰ কথা কোৱা হৈছে।[১৫] কালিকা পুৰাণ[১৬] আৰু যোগিনীতন্ত্ৰত হাজোৰ মণিকুট পৰ্ব্বতৰ পূৱফালে মৎসধ্বজ পাহাৰত আৰু কামেশ্বৰ পাহাৰত মদন দেৱতাৰ দুখন পীঠৰ বিষয়ে উল্লেখ আছে। গুৱাহাটীৰ উত্তৰ দিশে প্ৰায় ২৫ কিঃ মিঃ

১৪। কালিকা পুৰাণ ঃ ৭৯, ৫৩, ৫৬

১৫। যোগিনীতন্ত্ৰ ঃ ২৯, ৫১

১৬। Dalton, E.T. : Note on Assam Temple Ruins, pp 18-19

দুৰৰ বাইহাটাত মদন-কামদেৱ নামৰ দেৱালয় আছে। মদন-কামদেৱ দেৱালয়খন মদন কাম নামৰ পৰ্বতৰ ওপৰত অৱস্থিত। উল্টন চাহাবে এই দেৱালয়খনৰ ধ্বংসাৱশেষৰ বিৱৰণ এনেদৰে লিখিছে "it is called Madan Kamdeo, the present objects of worship being tow rude stone figures, villainosuly traducing the god of love and his mistress .... the basement of the old temple to about six feet above the plinth, is all standing. It occupied commanding position on a prominent peak of the range overlooking the plains. The top of the hill scared and holy buildings are contained in a quadrangle which was surrounded by a wall of welcut stone.[১৭] দৰং জিলাত কামদেৱাল নামৰ এখনি পীঠ আছে। এই পীঠৰ উপাস্য দেৱতা কামদেৱ।[১৮] ভোজৰ শৃঙ্গাৰ প্ৰকাশ গ্ৰন্থত মদন উৎসৱক মদন ত্ৰয়োদশী বুলিও উল্লেখ কৰা হৈছে। চ'ত মাহৰ শুক্লা পক্ষৰ ত্ৰয়োদশী তিথিত মন্মথ বা মদনৰ উপাসনা কৰা হয় বুলিয়েই এই উৎসৱক মদন ত্ৰয়োদশী বোলা হৈছে। সেইদিনা তিৰোতাসকলে ৰঙ বিৰঙৰ কাপোৰ পিন্ধি দেৱতা গৰাকীক পূজা কৰে।[১৯] অষ্টাদশ শতিকাৰ আদিভাগত ৰত্নকন্দলী আৰু অৰ্জুন দাস বৈৰাগীয়ে লিপিবদ্ধ কৰা ত্ৰিপুৰা বুৰঞ্জীতো ৰাজ্যখনত পালন কৰা মদনোৎসৱৰ বিৱৰণ পোৱা যায়। স্বৰ্গদেউ ৰুদ্ৰসিংহই প্ৰেৰণ কৰা কটকী দুজনে ত্ৰিপুৰাত দেখা মদনোৎসৱৰ বিৱৰণ এনেদৰে দিছে 'পাছে বৈশাগৰ ১০ দিন যাওঁতে কৃষ্ণা ত্ৰয়োদশী তিথিত মদন পূজাৰ অধিবাস কৰিলে। সেইদিনে তাৰ দেশৰ মানুহক যাক যি নিয়মে দিব লাগে কুহুমবুলীয়া কৰি বঁটা বাহন দিএ। সেইৰূপে সবকো দিলে। পাছে আমাৰ কটকীকো সিংহাসনৰ ঘৰলৈ আনি কুহুমবুলীয়া জামা, বোলোৱা পাগ, বোলোৱা পটুকা, বোলোৱা দোপটা এই ৰূপে বঁটা দিলে। খেলিবলৈকো ছালৰ মোট ২টা দিলে। লগৰ মানুহকো বোলোৱা পাগ দোপটাও দিলে। সিহঁতকো গাইএ প্ৰতি মোট একোটা দিলে। সেইদিনা এইৰূপে আমাৰ কটকী পঠাই দিলে।

তাৰ পাছদিনা কলপটুৱাৰ চোচলি কৰি ঘৰ এটি সাজে। তাতে মৃতিকাৰ কামদেৱৰ মূৰ্ত্তি সাজি পূজা কৰে। পূজাৰ উপহাৰ অনেকো কৰে আৰু ভাঙ্গৰ লাডু কৰিয়ো দিএ। পাছে পূজাৰ অন্তত ৰাজা আহি কামদেৱৰ মূৰ্ত্তিক সেৱা কৰি সোণৰ নাল দিয়া মোটেৰে কামদেৱৰ গালৈ পানী মাৰিলে। পাছে যুবৰাজ প্ৰমুক্ষে বৰ মানুহ সকলেও সেৱা কৰি সেই মোটেৰে কামদেৱৰ গাত পানী মাৰিলে আৰু বাহিৰতো সকলেও অন্যোন্যে মোটেৰে পানী মৰামৰি কৰিছিল। গুণী গায়নেও তালে খোলে ছংকীৰ্ত্তণৰ

---

১৭। Dalton, E.T : Note on Temple Ruins in Assam; 1855 pp. 18-19

১৮। Goswami, P : The Springtime Bihu of Assam 1966, p. 6

১৯। Raghavan : Bhoja's Srngara Prakasha; 1663, p. 651

ধৰণে গীত গাইছিলে। সেইদিন ৰাজা শুক্ল বস্ত্র পিন্ধিছিলে। যুবৰাজ প্রমুক্ষে সকলেও ৰাজা দিয়া বঁটা পিন্ধি আহিছিলে। কোনোসকলে আপুনিও বোলাই পিন্ধিছিলে। ... পাছে ৰাজা মোট খেলাবলৈ গোমতী নদীলৈ আহিল। .... পাছে যুবৰাজ প্রমুখ্যে পানীত নামি দুফৈদ হৈ মোটেৰে পানী মৰামৰি কৰিছিল।[২০]

হাজোৰ কামেশ্বৰ মন্দিৰত, উত্তৰ গুৱাহাটীৰ মণিকর্ণেশ্বৰ মন্দিৰত আৰু শুৱালকুছিৰ গণেশ মন্দিৰ আদিত আজিও মদন ত্রয়োদশী উৎসৱ পালন কৰা হয়। চ'ত মাহৰ শুক্লা ত্রয়োদশী তিথিত হজোত পালন কৰা মদন উৎসৱৰ প্রাচীন ভাৰতীয় শাস্ত্রীয় পদ্ধতি আৰু ত্রিপুৰা বুৰঞ্জীত বর্ণনা কৰা মদন উৎসৱৰ সৈতে ভালেখিনি সাদৃশ্য আছে। হাজোৰ মদন উৎসৱক মদন চৈত্রালী বুলিও জনা যায়। এই উৎসৱৰ দিনা হাজোৰ মন্দিৰৰ তিনিগৰাকী প্রধান বিগ্রহ মাধৱ, কেদাৰ আৰু কামেশ্বৰক লৈ ভক্তসকলে নগৰ পৰিভ্রমণ কৰে। নৃত্য-গীত বাদ্য আদি অনুষ্ঠান এই শোভাযাত্রাৰ প্রধান অংগ। শোভাযাত্রাকাৰীসকলে বিগ্রহলৈ আৰু ইজনে সিজনলৈ মোটৰ পানী ছটিয়ায়। মোট সদ্যজন্মপ্রাপ্ত ছাগলী পোৱালিৰ ছালেৰে বিশেষভাবে তৈয়াৰ কৰা এবিধ পিচকাৰি। মোটৰ ভিতৰত সুগন্ধি মচলাযুক্ত ৰঙীন পানী ভৰোৱা হয় আৰু নৃত্য-গীত-বাদ্য মুখৰিত পৰিবেশত বিগ্রহ আৰু পৰস্পৰৰ গালৈ সেই পানী ছটিওৱা হয়। এনেদৰে শোভাযাত্রা কৰি গৈ লখাইতৰা নদীৰ পানীত 'ডালা খেলা' নামৰ এবিধ পানী যুদ্ধ অনুষ্ঠিত হয়। দুদল লোকৰ মাজত পৰস্পৰৰ গালৈ নদীৰ পানী মাৰি পঠিওৱা কার্য্য ডালাখেলৰ মূল বৈশিষ্ট্য।[২১]

দুর্গাবৰে প্রাচীন কামৰূপত বিশেষকৈ হাজোত প্রচলিত মদন দেৱতাৰ উপাসনা আৰু মদনোৎসৱৰ ঐতিহ্যৰ ভেটিতে তেওঁৰ ৰামায়ণত কামপর্ব মদন খেৰি উৎসৱৰ বিৱৰণ সন্নিবিষ্ট কৰিছে বুলি অনুমান কৰিব পাৰি।

## দুর্গাবৰৰ বর্ণনা ৰীতি আৰু ভাষা ঃ

দুর্গাবৰৰ গীতি ৰামায়ণ প্রধানতঃ মাধৱ কন্দলিৰ ৰামায়ণৰ ওপৰত ভেটি কৰি ৰচনা কৰা হৈছে বুলি পূর্বৰ আলোচনাত দেখুওৱা হৈছে। সেইফালৰ পৰা তেওঁৰ ৰামায়ণত মৌলিক বর্ণনা তথা ভাষাৰ বিশেষত্ব তেনেদৰে চকুত নপৰে। তদুপৰি দুর্গাবৰৰ গীতি ৰামায়ণৰ গীত পদবোৰ মুখ্যতঃ মৌখিক পৰম্পৰাত প্রচলিত হৈ অহাৰ কাৰণেও কবি জনৰ নিজা বর্ণনা আৰু ভাষাৰ প্রয়োগ কিমান দূৰ অক্ষত অৱস্থাত আমাৰ হাতত পৰিছেহি সেইটো ভাবিব লগীয়া কথা। তাৰ মাজতো বিজুলীৰ চমকনিৰ

২০। ভূঞা, সূর্য্য কুমাৰ! ত্রিপুৰাবুৰঞ্জী ১৯৬২, পৃষ্ঠা ৫৯-৬০

২১। দাস, প্রবীন ঃ হাজোৰ দৌল আৰু মদনোৎসৱ, দৈনিক অসম, ১৯৭৪

দৰে গীতি-ৰামায়ণৰ মাজে মজে দুৰ্গাবৰৰ কল্পনা আৰু সৃজনী শক্তি বিৰিঙি উঠাটো লক্ষ্য কৰিব পাৰি। অৱশ্যে দুৰ্গাবৰে যেতিয়াই কন্দলিৰ ৰামায়ণৰ পৰা আঁতৰি আহি নিজাকৈ গীত-পদ সৃষ্টি কৰিছে তেতিয়াই তেওঁৰ এই বৈশিষ্ট্যবোৰ প্ৰকাশ পাইছে। দুৰ্গাবৰৰ বৰ্ণনাত সাধাৰণ মানুহৰ অনুভূতি আৰু দুৰ্বলতা আদিৰ সুন্দৰ প্ৰকাশ দেখা যায়। ৰূপ সৌন্দৰ্যৰ বৰ্ণনাতো দুৰ্গাবৰে পুৰণি অসমীয়া সাহিত্যৰ পৰম্পৰাগত ৰীতিকেই অনুসৰণ কৰিছে। উদাহৰণ স্বৰূপে শূৰ্পনখাই ৰামচন্দ্ৰৰ আগত নিজৰ ৰূপৰ বিষয়ে এনেদৰে বৰ্ণনা দিছে —

নয়নে অঞ্জন দিব্য কুন্তল উপাম।
সৰ্বাঙ্গ সুন্দৰ সুখ চন্দ্ৰসাৰ সম।।
অধৰ ৰাতুল মুখ চন্দ্ৰমাৰ পান্তি।
হৃদয় জলিয়া আছে সোবৰ্ন্নৰ কান্তি।।
আঙ্গুলি চম্পাৰ পান্তি খীন মধ্য দেহ।
মৃণাল সদৃশ ভুজ দেখিতে সন্তোষ।।
ৰক্ত উত্তপল সম জ্বলে দুই তন।
চাৰু উৰু থল ৰাম কদলী সমান।।
কাঞ্চুলি কাঞ্চন নানা ৰত্ন আভৰণ।
কটিত মেখেলা বান্ধে অতি বিতোপন।।
গজ মুকুতাৰ মালা উপৰত জ্বলে।
লয় লাসে গজপতি হংস যেন চলে।।
প্ৰথম জৌৱনী যেন ৰতিত চঞ্চাল।
হাস লাস পৰিহাস কৰয় ধেমাল।।
ভ্ৰূৱ জে মদন ধনু কটাক্ষে মোহয়।
কোকিল কোমল বাণী সৰ কিশলয়।।

কন্দলিৰ ৰামায়ণতকৈ দুৰ্গাবৰৰ ৰামায়ণত যুদ্ধ বিগ্ৰহৰ বৰ্ণনা অতি চমু। আনহাতে মানুহৰ মানসিক অৱস্থা, অনুভূতি, দুৰ্বলতা আদি দিশবোৰৰ বৰ্ণনাত কবি জনাই অধিক মনোনিবেশ কৰা দেখা যায়। উদাহৰণ স্বৰূপে মায়ামৃগৰ সন্ধানত গৈ ৰামচন্দ্ৰই চিত্ৰকূটলৈ ঘূৰি আহি শূন্য কুটীৰ দেখাৰ পাছত তেওঁৰ মানসিক অৱস্থাৰ বৰ্ণনাংশ উদ্ধৃত কৰিব পাৰি —

ৰাম আইলৰে বনেৰ মৃগমাৰি
ৰাম আইলৰে।।

মৃগ মাৰি নেদেখিয়া সীতা
ৰাম আইলৰে।।
লক্ষ্মণক চাই বোলে বাণী
কি কাৰণে তেজিলা গোসানী।।
ৰঘুনাথ ৰাম আইলৰে।।
হেন বজ্ৰ পৰিলেক মাথে।
ৰেখাৰ বাহিৰে খোজ দেখি ৰঘুনাথে।।
হা হা প্ৰিয়া কোথা গৈলা এৰি।
নিদান কালত দুই ভাই থাকো বেৰি।।
ধনজন নকৰাহো সাৰ।
প্ৰিয়া অবিহনে দেখোঁ দিনতে আঁধাৰ।

সীতাৰ প্ৰতি ৰামচন্দ্ৰৰ সন্দেহ ওপজাৰ বৰ্ণনাতো সাধাৰণ মানুহৰ মানসিক অন্তৰ্দ্বন্দ্ব আৰু অৱস্থাৰ চিত্ৰ প্ৰতিফলতি হৈছে।

আ কি লখমন গৈলা সীতা মোক উপেক্ষিয়া।
তৃণত শয়ন মোৰ বল্ক পৰিধান হে
এহি দুখমনে আলচিয়া।
এৰেসে জানিলো সীতা ৰামৰ সুহৃদ হে
এৰি মোক গৈলা কোন ভিতি।
একক লক্ষ্মণ যেন আমিও ভৈলোহো তেন হে
সহজে চঞ্চাল তিৰী জাতি।।
সম্পদে সুন্দৰী নাৰী আপদত গৈলা এৰি
মই তাক জানোহো স্বৰূপে।
জনক দুহিতা হুয়া স্বামীক তেজিল হে
কেনে জীওঁ এতেক সন্তাপে।।
আখুটি কৰিয়া মোক মৃগক পঠাইলা হে
তোমাকো পঠালা ক্ৰোধ কৰি।
মই নজানিলো তান কপট হৃদয় হে

বন দুখ সহিতে নপাৰি।।
সুবৰ্ণৰ মৃগমাৰি যতনে আনিলো হে
ৰত্ন জেউতি জলয় পিঠিতে।
ৰূপাৰ চৰণ চাৰু শোভন কৰয় হে
হেন মৃগ দিবো কাৰ হাতে।।

একেদৰে সীতাৰ বিৰহত ৰামৰ মানসিক অৱস্থাৰ বৰ্ণনাও সাধাৰণ দুখ বিহ্বল মানুহৰ শোক-সন্তাপৰ প্ৰতিচ্ছবি বুলিব পাৰি মাথোন —

অভিষেক কৰিতেসে ৰাজ্য হৰুৱাইলো হে
ভাৰ্য্যা হৰুৱাইলে বনবাসী।
কতেক ললাটে দুখ বিধিয়ে বিহিলা হে
কিনো ভৈলা মোৰ মন্দ ৰাশি।।
আৰুনো কাহাৰ সঙ্গে থাকিবো কৌতুক ৰঙ্গে
বিধি কৈলা জীৱন নৈৰাশে।
কাহাত পুছিবো মই উদ্দেশ নপাওঁ হে
দশ লোক নাই আগে পাছে।।
সীতায়ে অমূল্য ধন সীতায়ে মোৰ ভূষণ
সীতা সৰ্ব্ব অমূল্য ভাণ্ডাৰ।।
সীতা অবিহনে ভাই জীৱন বিফল হে
সীতা তিনি কুলৰ উদ্ধাৰ।।
যদিবা মোহোৰ তাপে ক্ৰোধে বাহিৰাইলাহে
তথাপি আনিবো প্ৰাণ প্ৰিয়া।
অন্ন বেঞ্জনক আৰ একোকে নখাইবে হে
থাকিবোহো লগতে স্তুতিয়া।।
নেদেখিবো অজোধ্যাক মনত সুমৰো তাপ
দেখিলেসে বাঢ়য় বেদন।।

দুৰ্গাবৰৰ ৰামায়ণত ছেগাচোকাৰকৈ হলেও সাধাৰণ মানুহৰ বিশ্বাস-অন্ধবিশ্বাস আদিৰ কথাও প্ৰকাশ পাইছে। উদাহৰণ স্বৰূপে বান্দৰ ৰাজবালিৰ ভবিষ্যত অমংগলৰ ইংগিত দি পটেশ্বৰী তাৰাই কোৱা কথাংশলৈ আঙুলিয়াব পাৰি —

সোপনৰ কথা শুনিয়ো স্বামী।
আজি ৰাত্রি নিদ্রাত দেখিলো আমি।।
হৃদয়ত মোৰ লাগিয়া আতি।
তোমাৰ মাথা নেদেখো তাতি।।
পৰিলা ভূমিত উপৰ মোৰে।
শয়ন কৰিলা উত্তৰ শিৰে।।
তযু সিংহাসনে সুগ্ৰীৱ বসি।
মৃতিকাৰ ইটা ভূঞ্জে হৰিষি।।
ৰুধিকৰ খাই সঘনে হাসে।
প্ৰসন্ন বদন দেখি হৰিষে।।।
নানা বিধ ৰস কৰে কৌতুক।
মন্ত্ৰীসকলে কৰে আনন্দক।।
মৃতিকাক ভূঞ্জে সঘন কৰি।
ধৱল ছত্ৰক উপৰে ধৰি।।
হেন বৰ স্বপ্ন দেখিলো আমি।
এতেকে সমৰে নাযাইবা স্বামী।।

সেইদৰে বালিৰ যুদ্ধযাত্ৰাৰ সময়ৰ ঘটনা ৰাজিৰ বিৱৰণতো সাধাৰণ মানুহৰ বিশ্বাস অন্ধবিশ্বাসৰ ছবি ফুটি উঠিছে —

মাথাৰ উপৰে কাক শগুন উৰাই।।
বাম পাৰ্শ্বে সৰ্প জাই ডাহিনে শৃগাল।
কাক গৃধ পক্ষী জে আকাশে পালে পাল।।
হাচি জেঠী নামানিয়া ৰণক গমন।

দুৰ্গাবৰৰ ৰচনাত জতুৱা ঠাঁচৰ প্ৰয়োগ তেনেদৰে পোৱা নাযায় যদিও কৱিজনাই মাজে মাজে খণ্ডৱাক্য, যোজনা আদিৰ প্ৰয়োগ নকৰা নহয়। উদাহৰণ স্বৰূপে —

(১) অজগৰ সৰ্প যেন কৈকেয়ীৰ মন।
(২) পশ্চিম বাতাসে যেন উফাৰিয়া পৰয় কদলি।
(৩) সকল শৰীৰ ভৈলা চালাঙ্গীৰ আকাৰ।
(৪) চিত্ৰৰ পুতলী তনু যোগৱলি।

(৫) শীতল পানীক কেহো নডৰায়।

(৬) সিটো শোকে অগ্নিত পিস্পলী হৈলা পথ।

(৭) শৃঙ্গৰ আগে পৰিলে দোহাৰ হৈয়ে মাখি।

(৮) জিভাখান মেলি চাহা কলিয়া নি গোৰা।

(৯) একভাগ সোঁচা মাত্র দশভাগ লম্ভা।

(১০) হস্তীক লাগিয়া জেন কেশৰী কিটাই।

(১১) ক্ষুদ্র মৃগ হুয়া মত্ত সিংহক জোকাইলি।

(১২) সিংহৰ আগত জেন শৃগালৰ টালি।

দুৰ্গাবৰৰ ৰামায়ণত পুৰণি অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক বৈশিষ্ট্যৰ চানেকি পোৱা যায়। গীতি ৰামায়ণত সাম্ভাব্য ভূতকালত অধিকৰণৰ পৰাসৰ্গ 'হন্তে' আৰু 'সন্তে'ৰ ব্যাপক প্ৰয়োগ পোৱা যায়। যেনে –

দেশত থাকিলো হন্তে খেলাইলোহো মোট।

খেৰিত বিস্তৰ কৰিলো হন্তে ৰঙ্গ।

তুমি সন্তে বিস্তৰ কৰিলো হন্তে বাস।

'ৰাখন্তা', 'জিনন্তা', 'সন্তে', 'হন্তে' আদি শব্দৰ প্ৰাচীন ৰূপৰ ব্যৱহাৰো গীতি ৰামায়ণত আছে। উদাহৰণ স্বৰূপে –

মোৰ হাতে মৰিবি ৰাখন্তা নাহি কেও।

আমাক জিনন্তা আছে কোনো

তুমি সন্তে বিস্তৰ কৰিলোহন্তে বাস

তৈৰ হন্তে অলঙ্কাৰ খখাইলন্ত

অপাদানত 'পৰা' পৰসৰ্গৰ সংযেগা নকৰি সম্বন্ধৰ্ৰ' বিভক্তিৰ দ্বাৰা প্ৰকাশ কৰা প্ৰাচীন অসমীয়া ভাষাৰ ৰূপো গীতি ৰামায়ণত ৰক্ষিত হৈছে –

*ভূমিৰ নামিয়া ৰাজা সোহিয়া আছিলা*

দুৰ্গাবৰে গীতি ৰামায়াণত মাধৱ কন্দলিৰ ভাষা আৰু বৰ্ণনা ৰীতিকে মূখ্যতঃ অনুসৰণ কৰিছে যদিও অপ্ৰমাদী পূৰ্ব কবি গৰাকীৰ সময়ৰে পৰা গীতি ৰামায়ণৰ সময়লৈকে অসমীয়া ভাষাৰ পৰিবৰ্তনৰ কিছু চিন দুৰ্গাবৰৰ ৰচনাত প্ৰকাশ পাইছে। তলত তেনে কেইটামান পৰিবৰ্তিত ৰূপৰ উদাহৰণ দিয়া হ'ল –

| দুৰ্গাবৰ | মাধৱ কন্দলি |
|---|---|
| উল্লাসিত হৈলা | উল্লাসি গৈলন্ত |
| মাগয় | মাগন্ত |
| বান্ধিলন্ত | বন্ধাইলন্ত |
| তোমাৰ | তোহোৰ |
| তুষিবো | তুষিবোহে |
| মাতয় | মাতন্ত |
| চলিলে | আন্তাইলেক |
| এৰিলো | তেজিলো |
| ৰাজ হৈলা | বজাইল |
| হৈবা | হুইবা |
| আৰ | আউৰ |
| সোচা | সঞ্চা |

দুৰ্গাবৰৰ ৰামায়ণ মৌখিক পৰম্পৰাত প্ৰচলিত হৈ অহাৰ বাবে ইয়াৰ ভাষাত কথিত ভাষাৰ ৰূপো মাজে মাজে সোমাই পৰিছে। উদাহৰণ স্বৰূপে –

ইটো পথে যাইতে নিকি সীতাক দেখিলা
যি হৌক সি হৌক তাক এৰা এতিক্ষণ।

**দুৰ্গাবৰী ৰামায়ণৰ সাংগীতিক দিশ ঃ**

দুৰ্গাবৰৰ ৰামায়ণ আৰু পদ্মাপুৰাণ পাঁচালী শ্ৰেণীৰ সাহিত্য। পুৰণি অসমীয়া সাহিত্যত দুৰ্গাবৰ, মনকৰ, নাৰায়ণদেৱ আৰু পীতাম্বৰ দ্বিজ প্ৰভৃতি কবিসকল পাঁচালী গীতি-সাহিত্যৰ ৰচক আছিল। পাঁচালী' বা 'পাঞ্চালী' শব্দৰ মূল সংস্কৃত 'পাঞ্চালিকা' বুলি দেখুওৱা হৈছে। 'পাঞ্চালিকা'ৰ অৰ্থ পুতলা। ইয়াৰে আঁতধৰি একাধিক পণ্ডিতে পাঁচালী শ্ৰেণীৰ সাহিত্যক মূলতে পুতলা নাচৰ লগত জড়িত এক শ্ৰেণীৰ গীতি-সাহিত্য বুলি ব্যাখ্যা কৰিছে। এনে মতৰ সমৰ্থক সকলৰ ভিতৰত ড° সুকুমাৰ সেন,[২২] ড° মহেশ্বৰ নেওগ,[২৩] ড° সত্যেন্দ্ৰ নাথ শৰ্মা[২৪] প্ৰভৃতি পণ্ডিতসকল আছে। ড° সুকুমাৰ

২২। Sen, Sukumar : A History of Bengali Literature; 1960 pp 21-22
২৩। নেওগ, মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, ১৯৭৪ পৃষ্ঠা ১১৩
২৪। শৰ্মা, সত্যেন্দ্ৰ নাথ ঃ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, ১৯৮১, পৃষ্ঠা ১০৯

সেন প্রমূখ্যে বংগীয় পণ্ডিত সকলে 'পাঞ্চালী' সংগীতশৈলী মূলতে পাঞ্চাল দেশৰ প্রচলিত আছিল আৰু সেই সংগীত শৈলীৰ পৰাই পাঁচালী সংগীতৰ সৃষ্টি হৈছে বুলি মন্তব্য কৰিছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে ভালেমান পণ্ডিতে পুতলা নাচৰ জন্মস্থানো পাঞ্চাল দেশ আছিল বুলি সিদ্ধান্ত কৰিছে। পাঁচালী গীতৰ উৎপত্তি আৰু সাংগীতিক বৈশিষ্ট্যৰ বিষয়ে বিভিন্ন পণ্ডিতে আগবঢ়োৱা ব্যাখ্যাৰ ভেটিত মধ্যযুগৰ বংগদেশ আৰু কামৰূপত প্রচলিত এই শ্রেণীৰ সাহিত্যক মূলতঃ পুৰাণ ভিত্তিক ভক্তিমূলক ধর্মীয় গীতি-সাহিত্য আখ্যা দিব পাৰি।

দুর্গাবৰ কায়স্থ অসমীয়া পাঁচালী সাহিত্যৰ এগৰাকী উল্লেখযোগ্য কবি। তেওঁৰ পদ্মা পুৰাণ আৰু ৰামায়ণ দুয়োখন কাব্য এই শ্রেণীৰ ৰচনা। দুর্গাবৰ এগৰাকী সংগীতপটু ওজা আছিল। ড০ বীৰেন্দ্র নাথ দত্তই দুর্গাবৰ আৰু তেওঁৰ গীতৰ বিষয়ে মন্তব্য দি কৈছে -- "দুর্গাবৰ যে এজন ৰাগ সংগীতত সিদ্ধ গীতিকাৰ এই কথা তেওঁৰ দ্বাৰা ৰচিত 'গীতি ৰামায়ণ' আৰু 'মনসা কাব্য'ত (আংশিক ভাবে উদ্ধাৰ হোৱা) থকা বিভিন্ন ৰাগৰ পৰাই স্পষ্ট হয়। কিন্তু দুর্গাবৰী গীত বুলি এক বিশেষ শ্রেণীৰ গীত আজিলৈকে লোক সমাজত প্রচলিত থকাৰ পৰা এইটোৱে প্রমাণিত হয় যে দুর্গাবৰ এজন অসাধাৰণ সংগীত ৰচক আছিল আৰু তেওঁৰ সংগীত ৰচনাৰ স্বকীয়তা বাবেই তেওঁৰ গীতবোৰ সুকীয়া নামকৰণেৰে চিহ্নিত হৈছিল।"[২৫] ড০ নেওগে[২৬] 'ৰাগ-সংগীতৰ প্রচলনৰ এটি নিদর্শন স্বৰূপে' দুর্গাবৰী ৰামায়ণৰ এটি বিশেষ মূল্য আছে বুলি উল্লেখ কৰিছে।

এইখিনিতে দুর্গাবৰ আৰু পুৰণি অসমীয়া পাঁচালী গীতিকাৰৰ ৰচনাত পোৱা ৰাগসমূহৰ ওপৰত এটি বিহংগম দৃষ্টি নিক্ষেপ কৰিব পাৰি। দুর্গাবৰী ৰামায়ণৰ গীতত নিম্নলিখিত ৰাগবোৰৰ নাম পোৱা গৈছে --

| ৰাগ | গীতৰ সংখ্যা | ৰাগ | গীতৰ সংখ্যা |
|---|---|---|---|
| অহিৰ | ১০ | বৰাৰি | ৩ |
| আকাশমণ্ডলি | ১ | বসন্ত | ৪ |
| কম্বাৰ | ১ | বেলোৱাৰ | ৩ |
| গুঞ্জৰি | ৪ | ভাঠিয়ালি | ১ |
| চালনি | ৩ | মঞ্জৰি | ১ |
| | | মাৰোৱাৰ | ১ |

২৫। দত্ত, বীৰেন্দ্র নাথ ! অসমীয়া সংগীতৰ ঐতিহ্য, ১৯৭৭ পৃষ্ঠা ৪৯

২৬। নেওগ, মহেশ্বৰ ঃ দুর্গাবৰী ৰামায়ণ, পাতনি,

| ৰাগ | গীতৰ সংখ্যা | ৰাগ | গীতৰ সংখ্যা |
|---|---|---|---|
| দেৱজিনি | ১ | মালচি | ২ |
| দেৱমোহন | ৩ | মেঘমণ্ডল | ১ |
| ধনশ্ৰী | ৪ | ৰামগিৰি | ১ |
| পটমঞ্জৰি | ২ | শ্ৰীগন্ধকালি | ২ |
| শ্ৰীগান্ধাৰ | ১ | সুহাই | ৩ |
| লঘু পটমঞ্জৰি | ১ | ভৈৰৱী | ১ |

দুৰ্গাবৰে পদ্মা পুৰাণত গীতৰ সংযোজিত কৰা ৰাগবোৰ তেওঁৰ ৰামায়ণৰ গীতৰ ৰাগৰ পৰা পৃথক নহয়। দুৰ্গাবৰতকৈ তুলনামূলকভাবে পিছৰ আন এগৰাকী মনসাৰ পাঁচালী ৰচক নাৰায়ণদেৱৰ পদ্মা পুৰাণত বাইশটা ৰাগৰ উল্লেখ পোৱা যায়। ইয়াৰে কেইটামান মিশ্ৰ ৰাগ। পুৰাণখনত থকা ৰাগ সমূহৰ নাম এনেধৰণৰ —

| ৰাগ | গীতৰ সংখ্যা | ৰাগ | গীতৰ সংখ্যা |
|---|---|---|---|
| ধনশ্ৰী | ৪ | পাহাৰি | ৩ |
| পটমঞ্জৰি | ১০ | কাৰুণ্য | ৪ |
| শ্ৰীবসন্ত | ৩ | কামোদ | ১ |
| কৈবলু | ১ | ভৈৰবি | ৩ |
| তুড় বসন্ত | ১ | নাট | ১ |
| বৈনেতা | ১ | আহিৰ | ৪ |
| বসন্ত | ১ | বৰাৰি | ৬ |
| ভাঠিয়ালি | ১০ | পাসজ | ১ |
| কাৰুণ্য ভাঠিয়ালি | ১ | চই | ১ |
| কামন্দৰ | ১ | ঝুলনা | ১ |
| কেদাৰ | ৩ | | |

পাঁচালী গীতিকাৰ পীতাম্বৰ দ্বিজৰ উষা পৰিণয় কাব্যত পোৱা ৰাগসমূহৰ[২৭] নাম হ'ল —

| ৰাগ | গীতৰ সংখ্যা | ৰাগ | গীতৰ সংখ্যা |
|---|---|---|---|
| অহিৰ | ৭ | পাহাড়ি | ৪ |
| গুঞ্জৰি | ২ | বৰাড়ি | ৪ |

২৭। নেওগ, মহেশ্বৰ ঃ উষা পৰিণয়, ১৯৫৫, ভূমিকা, পৃষ্ঠা ৩৪

| ৰাগ | গীতৰ সংখ্যা | ৰাগ | গীতৰ সংখ্যা |
|---|---|---|---|
| গোণ্ডগিৰি | ২ | বসন্ত | ১ |
| ধনশ্ৰী | ৪ | ভাঠিয়ালি | ৩ |
| নাগ | ১ | ভৈৰৱী | ২ |
| নাট | ২ | মল্লাৰ | ২ |
| পটমঞ্জৰি | ২ | সুআই | ১ |

ড° নেওগে দুৰ্গাবৰী সংগীতৰ বিষয়ে কৈছে — "আমি যি দুই-এটি দুৰ্গাবৰী গীত শুনিছো তাৰ ঢেক এফালে উত্তৰ ভাৰতীয় সংগীত আৰু আনফালে বৰগীত অংকীয়া-গীতৰ পৰা সুকীয়া যেন লাগে। বৈষ্ণৱ সংগীতৰ পৰা পৃথক দুৰ্গাবৰী সংগীতে প্ৰাক্‌শংকৰী অনা-বৈষ্ণৱ অসমীয়া সংগীতৰ ঐতিহ্য বহন কৰি অনা যেন অনুমান হয়।"[২৮] খৃষ্টীয় নৱম-একাদশ শতিকাত পূৰভাৰতত ৰচিত আৰু প্ৰচলিত চৰ্য্যাপদবোৰত উল্লেখ থকা ৰাগৰ লগত দুৰ্গাবৰ প্ৰভৃতি পাঁচালী কবিসকলৰ গীতৰ কিছুমান ৰাগ একে। চৰ্য্যাপদত পোৱা ৰাগসমূহ হ'ল —

| ৰাগ | গীতৰ সংখ্যা | ৰাগ | গীতৰ সংখ্যা |
|---|---|---|---|
| পটমঞ্জৰী | ১২ | ভৈৰবী | ৪ |
| গউৰা | ৩ | কামোদ | ৩ |
| মালসী গউৰা | ১ | বৰাড়ী | ৪ |
| মালসী | ১ | শবৰী | ২ |
| মল্লাৰী | ৫ | অৰু | ১ |
| গুঞ্জৰি | ৩ | দেবক্ৰী | ১ |
| কহ্নু গুঞ্জৰি | ১ | ধনসী | ১ |
| ৰামক্ৰী | ২ | বঙ্গাল | ১ |
| দেশাখ | ২ | | |

চৰ্য্যাপদ আৰু দুৰ্গাবৰ প্ৰভৃতি পাঁচালী গীতিকাৰসকলৰ ৰচনাত পোৱা ৰাগৰ সাদৃশ্যই সম্ভৱতঃ পুৱ ভাৰতৰ সংগীত শৈলীৰো কিছু আভাস দিব। এই শৈলীয়ে পুৰণি কামৰূপৰ সাংগীতিক ধাৰাৰো স্বাক্ষৰ বহন কৰিছে। ড° নেওগে অসমৰ পাঁচালী সংগীতৰ বিষয়ে মন্তব্য দিছে — "শংকৰদেৱে নাট আৰু ভাওনা উলিওৱাৰ আগতে 'গুৰু গৌৰৱ সভাত' এনে পাঁচালী গীত আৰু সম্ভৱতঃ তাৰ লগৰীয়া পুতলা-নাচ

২৮। প্ৰাগুক্ত গ্ৰন্থ ভূমিকা, পৃষ্ঠা ৩৪

আদিয়ে আনন্দৰ যোগান ধৰিছিল আৰু সিয়ে ওজা-পালিৰ দৰে শংকৰী নাটৰ পূৰ্ববৰ্ত্তী ৰূপ যোগাইছিল।"[২৯] এইখিনিতে উল্লেখ কৰিব পাৰি যে শংকৰ-মাদৱৰ বৰগীত আৰু অংকৰ গীতৰ ৰাগৰ নামৰ লগতো চৰ্য্যাপদ অথবা পাঁচালী গীতৰ কিছুমান ৰাগৰ নামৰ সাদৃশ্য আছে। বৰগীত আৰু অংকৰ গীতত মুঠতে তেত্ৰিশটা ৰাগ আৰু মিশ্ৰ-ৰাগৰ নাম আছে। এই ৰাগবোৰ হ'ল –

| ৰাগ | গীতৰ সংখ্যা | ৰাগ | গীতৰ সংখ্যা |
|---|---|---|---|
| অহিৰ | ৭ | বেলোৱাৰ | ১৫ |
| কানড়া | ১৯ | ভাটিয়ালী | ২৮ |
| কামোদ | ৪ | ভূপালী | ১ |
| কেদাৰ | ৪ | মল্লাৰ | ৩ |
| কৌ | ৫ | মাহুৰ | ১৩ |
| গৌৰী | ৩৩ | মাহুৰ ধনশ্ৰী | ১০ |
| তুড় | ২ | ৰামগিৰি | ১ |
| তুড় বসন্ত | ৪ | ললিত | ৩ |
| ধনশ্ৰী | ৩৪ | শ্যাম | ৮ |
| নাট | ৪ | শ্যাম গড়া | ১ |
| নাট মল্লাৰ | ৩ | শ্ৰীগান্ধাৰ | ১৫ |
| পূৰ্বী | ১ | শ্ৰীগৌৰী | ২ |
| বৰাড়ী | ৯ | সাৰেং | ১ |
| বসন্ত | ১০ | সিন্ধুৰা | ১২ |
| শ্ৰী | ১০ | সুহাই | ২০ |

কীৰ্ত্তিনাথ শৰ্মা বৰদলৈয়ে এই শতিকাৰ আৰম্ভণিতে দুৰ্গাবৰী গীতৰ সাংগীতিক বৈশিষ্ট্যৰ বিষয়ে ভালেখিনি চিন্তা-চৰ্চ্চা কৰিছিল। বৰদলৈৰ পৰ্য্যবেক্ষণ মতে – "দুৰ্গাবৰী গাওতে কামৰূপীয়া, দৰঙীয়া গায়কসকলে ৰামকৰতাল আৰু খঞ্জৰীৰ তালত গায়। বৰপেটাৰ ফালে ইয়াৰ লগত চেৰেঙা আৰু দোতাৰাও ব্যৱহাৰ কৰা দেখিছোঁ। চেৰেঙাৰ লগত দুৰ্গাবৰী গীত দৰাচলতে বৰ শুৱলা হয়। দুৰ্গাবৰী গীতৰ তাল মুঠে দুটা ঃ খেমটা আৰু কাহাৰবা। ইয়াৰ সুৰ আৰ্য্যবড়ো।"[৩০] তেওঁ দুৰ্গাবৰী গীতৰ স্বৰলিপিও

২৯। নেওগ, মহেশ্বৰ ঃ স্বৰেৰেখাত বৰগীত, ১৯৫৮, পৃষ্ঠা ২৫-২৬

৩০। শৰ্মা দলৈ, কীৰ্ত্তিনাথ ঃ সুৰ-পৰিচয়, ১৯২৮, পৃষ্ঠা ৮

প্ৰস্তুত কৰি উলিয়াইছিল। ড° মহেশ্বৰ নেওগ সম্পাদিত ঝঙ্কাৰ নামৰ আলোচনীখনত ১৯৫৪-৫৫ চনত তেনে কেইটিমান দুৰ্গাবৰী গীতৰ স্বৰলিপি প্ৰকাশ কৰা হৈছিল।[৩১] 'ৰাগ লালিত্য' দুৰ্গাবৰৰ গীতবোৰৰ বিশেষত্ব বুলি বৰদলৈদেৱে কৈছে।[৩২] পৰম্পৰাগতভাবে আজিও প্ৰচলিত দুৰ্গাবৰী গীতৰ সাংগীতিক বৈশিষ্ট্যৰ বিষয়ে ড° বীৰেন্দ্ৰনাথ দত্তই কৈছে — "যি কেইটি দুৰ্গাবৰী গীত এতিয়াও শুনা যায় তাৰ পৰা এই শ্ৰেণীৰ সুন্দৰ প্ৰকাশ ঘটিছে।"[৩৩]

বৰ্তমান সময়লৈ হাজোৰ বাহিৰে অইন কৰবাত দুৰ্গাবৰী গীতৰ গায়নৰীতিৰ প্ৰচলন আছে বুলি জনা নাযায়। হাজোত প্ৰচলিত দুৰ্গাবৰী গীতৰ গায়নৰীতিত আজিকালি বৰদলৈদেৱে উনুকিওৱাৰ দৰে কোনো বাদ্যযন্ত্ৰ সংগত কৰা দেখা নাযায়, নতুবা অইন ওজাপালি অনুষ্ঠানৰ দৰে গায়কসকলে থিয় হৈ পদচালনা কৰি অনুষ্ঠানটো পৰিবেশন নকৰে। দুৰ্গাবৰীৰ দলটোৱে এঠাইত বহি গীত পৰিবেশন কৰে। দলটোত এজন মূল ওজাৰ লগত তিনি-চাৰিজন পালি থাকে। ওজাই গীত-পদবোৰ লগাই দিয়ে আৰু পালিসকল দোহাৰে। হাজোত প্ৰচলিত দুৰ্গাবৰী গীতৰ দুগৰাকী শেষ বাহক গিৰিবালা দেৱী আৰু নৰেন চন্দ্ৰ দাসৰ মুখত আমি সৰু কালৰ পৰাই দুৰ্গাবৰী গীত শুনিছিলোঁ। ইয়াৰে কেইটামান গীত বাণীবদ্ধ কৰি স্বৰলিপিও প্ৰস্তুত কৰি উলিওৱা হৈছে। আজিৰ পুৰুষে অসমীয়া সংস্কৃতিৰ এই অপূৰ্ব সম্পদখিনি শিকি বুজি ধৰি ৰাখিলে ভাল কথা হ'ব।

---

৩১। দত্ত, বীৰেন্দ্ৰনাথ ঃ অসমীয়া সংগীতৰ ঐতিহ্য, পৃষ্ঠা ৮৮

৩২। প্ৰাগুক্ত গ্ৰন্থ ঃ পৃষ্ঠা ৮৮

৩৩। প্ৰাগুক্ত গ্ৰন্থ, পৃষ্ঠা ৪৯

# ৰাম সৰস্বতী

ড° অনন্ত কুমাৰ শৰ্মা

কবি ৰাম সৰস্বতী পুৰণি অসমীয়া সাহিত্যত সুপ্ৰসিদ্ধ। সংস্কৃত মহাভাৰতৰ অসমীয়া ৰূপান্তৰ কৰোঁতা কবিৰূপে ৰাম সৰস্বতী অসমীয়া সমাজৰ আপোন। বিভিন্ন কাব্যত বিভিন্ন নাম ব্যৱহাৰ কৰা কবিজনাৰ নামে পাঠক, গৱেষকক বিমোৰত পেলায়। মহাভাৰতৰ ভাঙনিৰ বিভিন্ন পৰ্বৰ অধ্যায়ৰ মাজে মাজে ৰামসৰস্বতীৰ, ভাৰতভূষণ, ভাৰতচন্দ্ৰ কবিচন্দ্ৰ, অনিৰুদ্ধ আদি নামৰ উল্লেখ পোৱা যায়। কোনো কোনো ঠাইত কবিজনাই তেওঁৰ উপ নামৰ বুৎপত্তিৰ বিষয়ে উল্লেখ কৰিছে। ৰামসৰস্বতীয়ে আত্মপৰিচয়সূচক এফাঁকি পদত নিজৰ পিতৃদত্ত নাম ৰামসৰস্বতী আৰু কবিচন্দ্ৰ বুলি উল্লেখ কৰিছে। কবিৰ ভাষাত

পিতৃয়ে মাতৃয়ে অনিৰুদ্ধ নাম দিলা।
কবিচন্দ্ৰ নামগোট দেৱানে বুলিলা।
ৰাম সৰস্বতী নাম নৃপতি দিলন্ত
ভাৰতৰ পদ মোক কৰা বুলিলন্ত।

বন পৰ্বৰ ভাঙনিৰ এঠাইত কবিয়ে নিজৰ ৰামসৰস্বতী নামৰ লগতে ভাৰতভূষণ, কবিচন্দ্ৰ নামৰো উল্লেখ কৰিছে। বিজয় পৰ্বত কবিয়ে নিজৰ পৰিচয় এনেদৰে দিছে-

প্ৰণামো মুকুন্দ দেৱৰ চৰণে
গুণে নাহি সমসৰ।
আমাক ভাৰত চন্দ্ৰনাম দিলা
কবিচন্দ্ৰ নাম যাৰ।

অশ্ব কৰ্ণবধ নিজৰ নাম ভাৰতভূষণ বুলি কৈছে —

ভাৰতভূষণে বোলে আমি অল্পজন।
পাতালীখণ্ডৰ কথা আতি বিতোপন।।

কুলাচলধৰ কাব্যত কবিয়ে কবিচন্দ্ৰ আৰু ভাৰতচন্দ্ৰ দুয়োটা নামৰ উল্লেখ কৰিছেঃ

কহে কবিচন্দ্ৰে বাগীশ্বৰী অনুসৰি।
পুৰোকপাপৰ দম বোলা হৰি হৰি।।
ভাৰতভূষণে কহে ইসে তত্ত্বসাৰ।
বোলা হৰি হৰি বৈকুণ্ঠক ইচ্ছা যাৰ।
বদতি ভাৰতচন্দ্ৰে ত্ৰহি মোৰ কাম।
নিৰন্তেৰে নৰে ডাকি বোলা ৰাম ৰাম।।

'সিন্ধুযাত্ৰা'ত কবিয়ে ৰামসৰস্বতী নামৰ ব্যৱহাৰ কৰিছে

শুনা সভাসদ পদ সিন্ধুযাত্ৰা নাম।
বনপৰ্ব কথা ইটো অতি অনুপম।।
বোলে ৰামসৰস্বতী মই বৰ পামৰ।।

বহুত ঠাইত কবিয়ে দ্বিজ অনিৰুদ্ধ বুলিও নিজৰ পৰিচয় দিছে। এনেবোৰৰ পৰা সহজে অনুমান কৰিব পাৰি যে অনিৰুদ্ধ নামৰ কবি জনেই প্ৰতিভাৰ দ্বাৰা ৰামসৰস্বতী, কবিসৰস্বতী, কবিচন্দ্ৰ, ভাৰত চন্দ্ৰ, ভাৰতভূষণ আদি খ্যাতিমূলক উপাধি লাভ কৰিছিল। এই নামবিলাকৰ ভিতৰত ৰামসৰস্বতী নামটো অধিক প্ৰসিদ্ধ।

প্ৰাচীন কবি নাট্যকাৰসকলে আত্মপৰিচয় মূলক ভণিতাত নিজৰ নামটোৰ বাহিৰে বৰ বেছি একো কোৱা নাই। ৰামসৰস্বতীও এই নিয়মৰ ব্যতিক্ৰম নহয়। ৰাজ্যশ্ৰয় আৰু ৰজাৰ কিছু কথা অৱশ্যে কবিজনাই পাঠকক জনাইছে। ভীষ্মপৰ্বৰ এঠাইত কবিয়ে তেওঁৰ জন্মস্থান কামৰূপৰ চমৰীয়া গাওঁ বুলি কৈছে –

কামৰূপ মধ্যে গ্ৰাম নাহিক উপাম।
তাতে গ্ৰাম ভৈলা চমৰিয়া যাৰ নাম।।
সেহি গ্ৰামেশ্বৰ ভৈলা কবি চুড়ামণি।
পণ্ডিতগণৰ মধ্যে যাক অগ্ৰগণী।
গোবিন্দৰ ভক্তিত যাহাৰ দিন গৈলা।
আত অনন্তৰে তাৰ দুই পুত্ৰ ভৈলা।
জেষ্ট ভৈলা কবিচন্দ্ৰ অতি শুদ্ধ মতি।
তাহান অনুজ ভৈলা ৰামসৰস্বতী।।

আকৌ ৰামসৰস্বতীৰ পুত্ৰ গোপীনাথ দ্বিজে দ্ৰোণপৰ্বত নিজৰ গাঁৱৰ পৰিচয় এনেদৰে দিছে –

কামৰূপে মধ্যে সাৰ
পাটচৌৰা নাম যাৰ।

এই পাটচৌৰাই বৰ্তমানৰ হাজোৰ ওচৰৰ পছৰীয়া বুলি দুই একে মন্তব্য কৰিছে। ইয়াৰ পৰা ভাবিব পাৰি ৰামসৰস্বতীৰ জন্ম পছৰীয়াতে হৈছিল আৰু কিছুকালৰ বাবে চমৰীয়ালৈ উঠি গৈ বসবাস কৰিছিল। ৰামসৰস্বতীৰ দীক্ষা গুৰু হ'ল মুকুন্দদেৱ। ব্যঞ্জন পৰ্বত 'প্ৰণামো মুকুন্দ দেৱ মোৰ নিজ গুৰু" বুলি উল্লেখ কৰিছে। ৰামসৰস্বতীয়ে তেওঁৰ ৰচনাৰ কেবাঠাইতো মুকুন্দদেৱক প্ৰণাম জনাইছে।

মহাৰাজ নৰনাৰায়ণে গৌড়কামৰূপৰ পণ্ডিত নিজৰ ৰাজ্যলৈ আনিছিল। চমৰীয়াত বসবাস কৰি থকা ৰামসৰস্বতীকো মতাই অনাইছিল। কবিজনাই নৰনাৰায়ণৰ নিৰ্দেশত ৰাজকীয় পৃষ্ঠপোষকতাত মহাভাৰতৰ পদ ভাঙনি কৰিছিল। মহাভাৰতৰ আদি পৰ্বত ৰাজ-প্ৰশস্তিৰ পিচত ৰামসৰস্বতীয়ে নৰনাৰায়ণৰ ৰাজসভাত পণ্ডিতৰ সমাবেশৰ কথা উল্লেখ কৰিছে। যুৱক কবি ৰামসৰস্বতীয়ে শংকৰদেৱক লগ পাইছিলনে নাই কোৱা টান যদিও তেওঁৰ ৰচনাৰ পৰা যে প্ৰেৰণা লাভ কৰিছিল তাত কোনো সন্দেহ নাই। নৰনাৰায়ণৰ পিছৰ কবিজনা কামৰূপ ৰাজ্যলৈ আহি ৰঘুদেৱৰ ৰাজসভাত কিছুকাল অতিবাহিত কৰে। পৰীক্ষিতনাৰায়ণ আৰু ধৰ্মনাৰায়ণৰ পৃষ্ঠপোষকতাত তেওঁ নানা পুথি ৰচনা কৰে। কবিজনাই নৰনাৰায়ণ, ৰঘুদেৱ, পৰীক্ষিতনাৰায়ণ, ধৰ্মনাৰায়ণ আৰু সুন্দৰ নাৰায়ণ- এই পাঁচজন ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰিছিল। ৰামসৰস্বতীৰ সঠিক জন্ম মৃত্যুৰ তাৰিখ জনা নাযায় যদিও খৃষ্টীয় সপ্তদশ শতিকাৰ চতুৰ্থ দশকলৈ তেওঁ জীৱিত থকাৰ প্ৰমাণ পোৱা যায়। নৰনাৰায়ণৰ ৰাজত্বকালৰ শেষ ছোৱাৰ পৰা (১৫৪০-১৫৮০) সুন্দৰ নাৰায়ণৰ ৰাজত্বকালৰ আদিছোৱালৈ এই ষাঠী সত্তৰ বছৰ ৰামসৰস্বতীৰ কাব্য চৰ্চাৰ সময় ধৰিব পাৰি। প্ৰাচীন অসমীয়া কবিসকলৰ ভিতৰত ৰামসৰস্বতীয়ে অধিক পদ ৰচনা কৰে। তেওঁ শংকৰদেৱতকৈ বেছি পদ ৰচনা কৰিছিল।

ৰামসৰস্বতীৰ ৰচনাসমূহক পণ্ডিতসকলে সাধাৰণতেই দুটা ভাগত ভাগ কৰিছে। প্ৰথমভাগত পৰে মহাভাৰতৰ পৰ্বসমূহ আৰু মূল মহাভাৰতত থকা আখ্যানবোৰৰ অসমীয়া ৰূপান্তৰ। দ্বিতীয় ভাগত মহাভাৰতৰ বনপৰ্বৰ অন্তৰ্গতৰূপে ৰচনা কৰা কিছুমান স্বতন্ত্ৰ কাব্য। যিবোৰক বধ কাব্য নামে জনা জায়।

ৰামসৰস্বতীয়ে ৰচনা কৰা মহাভাৰতৰ পৰ্বসমূহ হ'ল (১) আদি পৰ্ব, (২) সভাপৰ্ব, (ইয়াৰে কিছুঅংশ পুত্ৰ গোপীনাথ পাঠকৰ দ্বাৰা ৰচিত) (৩) বনপৰ্ব, (৪) বিৰাটপৰ্ব, (৫) উদ্যোগপৰ্ব, (৬) ভীমপৰ্ব, (৭) দ্ৰোণপৰ্ব, (গো পীনাথ পাঠকৰ সহায়ত), (৮) কৰ্ণ পৰ্ব, (৯) গদা পৰ্ব (১০) শান্তি পৰ্ব। এই ৰচনোবোৰ মূল মহাভাৰতৰ অসমীয়া ৰূপান্তৰ যদিও আৱশ্যক বুজি কবিয়ে সহজ সৰলভাবে স্থান কাল আৰু পাত্ৰৰ উপযোগী কৰি বঢ়া টুটা কৰিছে।

মহাভাৰতৰ বিভিন্ন পৰ্ব ৰামসৰস্বতীয়ে মহাভাৰত আগত ৰাখি অনুবাদ কৰিছে যদিও সৰল মনৰ অসমীয়া জনসাধাৰণৰ মনোগ্ৰাহী কৰি তুলিবলৈ যত্ন কৰা দেখা গৈছে। অসমীয়া সামাজিক জাতীয় মনৰ উপযোগী কৰি তুলি ভক্তিৰস স্বাদেৰে জন কবি জনাই মহাভাৰতৰ পদ অতি জনপ্ৰিয় কৰি তোলাত কৃতিত্ব লভিছে।

ৰামসৰস্বতী উপাধি কবিক ৰজা নৰনাৰায়ণে প্ৰদান কৰা উপাধি। কবিয়ে আত্মপৰিচয়সূচক বৰ্ণনাত 'ৰামসৰস্বতী নাম নৃপতি দিলন্ত" বুলি উল্লেখ কৰিছে। ৰজাৰ আদেশ আৰু কৃপাতে মহাভাৰতৰ অনুবাদকাৰ্য্যত তেওঁ একাণপতীয়া ভাবে কৰিছিল। 'কুলাচল' বধ' কাব্যৰ শেষত কবিয়ে কৈছে-

আমাৰে আনিয়া আজ্ঞা কৰিলন্ত
পদ কৰা ভাৰতৰ।।
তাহাৰ আজ্ঞাত বিৰাচিলো আমি
চৌবিবশ হাজাৰ পদ।
মূল শ্লোক আৰ ত্ৰিশে যে হাজাৰ
ব্যাসৰ মুখ নিবদ্ধ।।

ৰজাই কবিক মহাভাৰতৰ অনুবাদ কৰিবলৈ আজ্ঞা দিয়েই ক্ষান্ত থকা নাছিল, বহু পুথি দি সহায় কৰিছিল। কবিয়ে বনপৰ্বত এই কথা এনেদৰে কৈছে–

আমাৰ গৃহত আছে ভাষ্য টীকা ক'ত।
নিয়োক আপোন গৃহে নিয়োক সমস্ত।।
এহি বুলি ৰাজাসবে বলধি যোৰাই।
পঠাইলা পুস্তক সবে আমাসাৰ ঠাই।।

মহাভাৰতৰ অনুবাদ কৰিবলৈ গৈ বহু ঠাইত কবিয়ে মূলৰ পৰা আতৰি আহিছে। এক কথাত ৰামসৰস্বতীৰ মহাভাৰতৰ অনুবাদ মূলানুবাদ নহয়। জটিল তত্বপূৰ্ণ কথাবোৰ অতি সহজ সৰল ভাষাৰে বৰ্ণনা কৰি জনসাধাৰণক বুজাবলৈ চেষ্টা কৰিছে। "তেওঁৰ ৰচনাত ভাৱৰ গাম্ভীৰ্য্য নাই আছে সহজ ভাষাৰ দীঘলীয়া মনোগ্ৰাহী বৰ্ণনা।" অনুবাদ কাৰ্য্যত কবিয়ে মাজে মাজে মূলৰ আখ্যান উপখ্যান বাদ দিছে। কেতিয়াবা মূল আখ্যনৰ পৰিবৰ্তন ঘটাইছে, কেতিয়াবা হয়তো মূলত নোহোৱা বিষয় বস্তুও নিজৰ ৰচনাত অন্তৰ্ভূক্ত কৰিছে। মহাভাৰতৰ বনপৰ্ব্বৰ অনুবাদত কবিয়ে সৰ্বাধিক স্বাধীনতা লৈছে। ইয়াৰ এক চতুৰ্থাংশহে মূল মহাভাৰতৰ লগত মিলে; বাকী তিনি অংশই কবিৰ নিজা সৃষ্টি। মহাভাৰতৰ লগত মিল নথকা আখ্যানসমূহ কবিয়ে হংসকাকী, যামাল সংহিতা, শিৱৰহস্য আদি বিভিন্ন গ্ৰন্থৰ আলমত ৰচনা কৰা হৈছে বুলি উল্লেখ কৰিছে। পৰিবেশ সৃষ্টি ৰামসৰস্বতীৰ মহাভাৰতৰ অনুবাদৰ প্ৰধান বৈশিষ্ট্য।

কোনো ঘটনাৰ পৰিবেশ সৃষ্টি কৰোতে কবিয়ে তেওঁৰ সমাজ দুখনৰ কথা মনত ৰাখিছিল। গোটেই কাব্যখনৰ মাজেৰে অসমীয়া সমাজখনৰ চিত্ৰ ফুটাই তুলিবলৈ সততে যত্ন কৰিছিল। এনে কৰাৰ ফলস্বৰূপে মহাভাৰতৰ অসমীয়া ভাঙনি সফল হৈছে। মহাভাৰতৰ বৈষ্ণৱীকৰণ ৰামসৰস্বতীৰ মহাভাৰত অনুবাদৰ আন এক বৈশিষ্ট্য। তেওঁৰ ৰচনাৰ মাজেৰে বৈষ্ণৱধৰ্ম প্ৰচাৰৰ চেষ্টা দেখা যায়। ফলস্বৰূপে ৰামসৰস্বতীৰ ৰচনা বৈষ্ণৱ কাব্যত পৰিণত হৈছে। লোকচিত্তবিনোদৰ প্ৰতি অধিক দৃষ্টি ৰখাৰ ফলত মহাভাৰতৰ অনুবাদ কাল্পনিক আৰু অতিলৌকিক বিষয়ৰ দ্বাৰা ভাৰাক্ৰান্ত হৈছে আৰু অনুবাদ জনসাহিত্য পৰ্য্যায়লৈ নামি আহিছে। মহাভাৰতৰ জৰিয়তে কৃষ্ণ মাহাত্ম্য প্ৰচাৰ কৰিব বিচৰা কবি এই বিষয়ত সফল হৈছে। অন্তৰ নিগৰি যোৱা ভক্তিৰ ৰসেৰে সিক্ত কৰি শ্ৰীকৃষ্ণৰ মোহনৰূপ কবিয়ে এনেদৰে বৰ্ণাইছে ঃ

নমো নমো দৈৱকীনন্দন পূৰ্ণকাম।
চিদানন্দ মূৰ্ত্তি গোপবেশ অনুপাম।
নমো হৃষীকেশ মূৰুতি বিশেষ
সজল জলদশ্যাম
নবীন মেঘত বিজুলী যেহেন
পীতবস্ত্ৰ অনুপাম।
কৰ্ণতমকৰ কুণ্ডল জলয়
নীল আকুঞ্চিত কেশ।
কুটিল অলকা তিলক শোভয়
জগতমোহন বেশ।

মহাভাৰতৰ কবি ৰামসৰস্বতীয়ে দ্ৰৌপদীৰ ৰূপ বৰ্ণনা কৰিছে এনেদৰে—

বৰ্ত্তুল কোমল ঘন পীনস্তন ভাৰ।
শোভন কুন্তল গুৰু নিতম্ব তোমাৰ।।
তিৰী ভোল ভৈল দেখি ৰূপ সুললিত।
ইকি ৰূপ দেখিয়া পুৰুষে ধৰে চিত।
হাসো হাসো কৰে যেন বদন কমল
প্ৰফুল্লিত হৈল যেন সুবৰ্ণ কোমল।”

পাশাখেলত পঞ্চপাণ্ডৱ কৌৰৱৰ হাতত পৰাস্ত হ'ল। চুক্তিমতে কৌৰৱ-পাণ্ডৱৰ যি পক্ষই পৰাজয় বৰণ কৰিব, বাৰবছৰ বনবাস আৰু এবছৰ অজ্ঞাতবাস খাটিব লাগিব। বনবাসৰ নিয়ম কবিয়ে এনেদৰে বৰ্ণাইছে—

কৰিলা নিৰ্বন্ধ বাৰ্হয় বৎসৰক লাই।
আৰো বৰিষেক ৰাজ্যত লুকাই।।
যদি লোকে চিনাজান তাহাক হোৱয়।
পালটি বাৰ্হয় বৰ্ষ চলিবে লাগয়।

নানা বিষয়ৰ নীতি উপদেশ ৰামসৰস্বতীয়ে তেওঁৰ ৰচনাৰ মাজেৰে দিছে ঃ

সঁচামিছা ঃ

মিছা সম পাপ আৰু পুৰুষৰ নাই।
মিছা মাতি মহা দুখ দুৰ্গতিক পাই।।

ধন উপাৰ্জনৰ নীতি-

সত্য নীতি কৰি ধন ধান্যক আৰ্জিবো।
সেহি শুক্ল বিত্তে হৰিভক্তক পূজিবো।।

**বধকাব্য ঃ ৰামসৰস্বতীৰ কীৰ্তিস্তম্ভ ঃ**

মহাভাৰতৰ বনপৰ্বক আশ্ৰয় কৰি ৰামসৰস্বতীয়ে এক শ্ৰেণী কাব্য ৰচনা কৰিছে। এই শ্ৰেণীৰ কাব্য অসমীয়া সাহিত্যত বধকাব্য ৰূপে জনাজাত। ড০ বাণীকান্ত কাকতিয়ে "পুৰণি অসমীয়া সাহিত্যত কৈছে- "নানা কষ্ট প্ৰপ্ৰীড়িত দৈত্য দানৱ আদিৰ দ্বাৰাই সদায় আক্ৰান্ত বনচাৰী পাণ্ডৱসকলৰ দুখ কাহিনীত ভক্ত কবিসকলে সংসাৰ তাপক্লিষ্ট ভব গহনচাৰী মোহপাশাচ্ছন্ন মানৱজীৱনৰ প্ৰতিবিম্বহে উপলব্ধি কৰিছিল। পুৰণি কাব্যত পাণ্ডৱৰ বনবাস মানৱ জীৱনৰ সংসাৰ যাত্ৰাৰ ৰূপক মাথোন।" এই কাব্যবোৰৰ এক স্বকীয় বৈশিষ্ট্য আছে। ড০ কাকতিয়ে বধকাব্যবোৰক ইউৰোপীয় সাহিত্যৰ মধ্যযুগীয় ৰোমান্সৰ লগত তুলনা কৰিছে। বধকাব্যবোৰৰ কাহিনী মহাভাৰতৰ পৰা লোৱাৰ ওপৰিও আৰু কিছুমান কাব্যৰ কথা উল্লেখ কৰিছে। কবিয়ে মণিচন্দ্ৰ ঘোৰ পৰ্বত কৈছে –

মহন্ত পাণ্ডৱ তাৰা চৰিত্ৰ উত্তম।
পুৰাণ সংহিতা সবে আতি নিৰূপম।।
মাজে মাজে আছে আৰ ৰহস্য শিৱৰ।।
হংসকাকী দিলা ব্যাস মহামুনিবৰ।।
এহিমতে নিবন্ধিয়া আছে শাস্ত্ৰ য'ত।
আমি শুনি তাসম্বাৰ ধৰিলোহো মত।।

..............................................

সংহিতা-যামাল আৰু অষ্টাদশ।
মহাপুৰাণৰ কথা অতি মহাৰস।।
সবে কথা বিৰচিলো একত্ৰ মিলনে।
যেন পঞ্চামৃত স্বাদ অতিশয় বোলে।।
জানি মহাজনে মোক নিন্দা নকৰিবা।
গ্ৰন্থসব বিচাৰিয়া আপুনি চাহিবা।।
যামাল সংহিতা আৰু শিব ৰহস্যক।
হংসকাকী সহিতে বামণ পুৰাণক।

কবিয়ে উপৰোক্ত গ্ৰন্থবোৰৰ যে টীকা ভাষ্য আদি অনুকৰণ কৰিছিল তাৰ উল্লেখ কৰিছে এনেদৰে ঃ

বনপৰ্বৰ কথা পৰম গহন পুৰাণ সংহিতা সাৰ।
পঞ্চিশ হাজাৰ টীকা আৰু চবিশত হাজাৰ।
অগাধসাগৰ দ্বৈপায়নে তাক কৰিছে নিবন্ধন।
কোন শক্তি আক বিচাৰ কৰিবা আমাৰ বালক মন।
আনো কবি সবে তিনিসহস্ৰেক ৰচি আছে বিদ্যমান।।

বধকাব্যসমূহৰ আখ্যানসমূহ স্বয়ংসম্পূৰ্ণ। একোখন বধকাব্য একোটা কাহিনীৰ সমষ্টি। এটা আখ্যানৰ লগত আনটোৰ কোনো সম্বন্ধ নাই। পঞ্চপাণ্ডৱৰ বনবাসকালত এখন অৰণ্যৰ পৰা আন এখন অৰণ্যলৈ গৈছিল আৰু তাতে ন ন বিপদৰ সন্মুখীন হৈছিল। এই আখ্যানসমূহৰ বেছিভাগেই দৈত্য দানৱ নিধন কাহিনী। সেই কাৰণে এনে ৰচনাৰ নাম দিয়া হৈছে বধকাব্য। দুষ্টক দমন কৰি ভক্তক ৰক্ষা কৰাটোৱেই বধকাব্য সমূহৰ মূল কথা। ৰামসৰস্বতীয়ে ৰচনা কৰা বধকাব্য সমূহ হ'ল (১) বিজয় পৰ্ব, (২) মণিচন্দ্ৰঘোষ পৰ্ব, (৩) পুষ্পহৰণপৰ্ব, (৪) কালকুঞ্জ শোষক বধ, (৫) বকাসুৰ বধ, (৬) ভীমচৰিত, (৭) কুলাচলবধ, (৮) জঙ্ঘাসুৰবধ, (৯) জটাসুৰ বধ, (১০) পাঞ্চালী বিবাহ, (১১) সিন্ধুৰাপৰ্ব, (১২) ব্যাসাশ্ৰম, (১৩) অশ্বকৰ্ণৰ যুদ্ধ, (১৪) খটাসুৰ বধ, (১৫) ব্যঞ্জন পৰ্ব।

বধকাব্যসমূহ অসমীয়া সাহিত্যৰ এক অনুপম সৃষ্টি। এই বধকাব্য সমূহে অসমীয়া সামাজিক আৰু আধ্যাত্মিক জীৱনত এক বিশেষ প্ৰভাৱ বিস্তাৰ কৰি আহিছে। "বধকাব্যবোৰৰ আখ্যানৰ মাজতে জগতত আসুৰিক শক্তি মৰিমুৰ কৰি সাম্যভাৱৰ প্ৰৱৰ্তন আৰু ঐকান্তিক ভক্তিৰ বিজয়ঘোষণা কৰিবলৈ বৈষ্ণৱ কবিয়ে প্ৰয়াস কৰিছে বুলি ড০ সত্যেন্দ্ৰনাথ গোস্বামীয়ে 'অশ্বকৰ্ণবধ'ৰ পাতনিত উল্লেখ কৰিছে। পাপ আৰু অধৰ্মক পৰাভৱ কৰি ধৰ্মৰাজ্য স্থাপন কৰাটো বধ কাব্যৰ উদ্দেশ্য। আগতে উল্লেখ

কৰাৰ দৰে বধকাব্য সমূহ বৈষ্ণৱ ধৰ্মৰ আদৰ্শকে প্ৰাণ হোৱা বাবে এইবোৰত পাপৰ প্ৰতীক দৈত্য দানৱৰ হাতত বনবাসত থকা পঞ্চপাণ্ডৱৰ নানা দুখ- দুৰ্গতিৰ কাহিনী বৰ্ণিত হৈছে। ন্যায়ৰ পক্ষত থকা পঞ্চপাণ্ডৱ এই সকলোবোৰ বিপদ বিঘিনীৰ পৰা মুক্ত হৈছিল। ইয়াত দৈত্য দানৱ অসুৰ আদি অধৰ্মৰ প্ৰতীক, পঞ্চপাণ্ডৱ ধৰ্মৰ প্ৰতীক। পঞ্চ পাণ্ডৱৰ হাতত দৈত্য অসুৰ আদিৰ বিনাশ ধৰ্মৰ প্ৰভাৱত অধৰ্মৰ বিনাশ। কৃষ্ণ তথা বিষ্ণুৱ সহায়ত প্ৰত্যেকবাৰতে জয়লাভ কৰি কৃষ্ণভক্তিৰ মাহাত্ম্য প্ৰকাশ পাইছে এইকাব্যবোৰৰ মাজেৰে ড০ সত্যেন্দ্ৰ নাথ শৰ্মাই সেইবাবেই কৈছে- "প্ৰকাশ ভংগীৰ সৰলতা, বীৰ অদ্ভুত ৰৌদ্ৰ ৰসাত্মক বৰ্ণনাৰ প্ৰাধান্য, যুদ্ধৰ পুংখানু পুংখ বিৱৰণ, ভক্ত সমাজৰ প্ৰতিনিধি স্বৰূপ পাণ্ডৱৰ কৃষ্ণৰ সহায়ত শেহান্তৰত বিজয় প্ৰাপ্তি আৰু গল্পৰছলেৰে নৈতিক আদৰ্শপ্ৰচাৰ।"

ড০ বিৰিঞ্চিকুমাৰ বৰুৱাই বধকাব্যসমূহক একেধাৰে ধৰ্মগ্ৰন্থ, কাব্য, উপন্যাস, গীত আৰু নাটৰ আখ্যা দিছে। সহজসৰল গ্ৰাম্য জনসাধাৰণৰ মন জয় কৰিবলৈ কবিয়ে নানা প্ৰাকৃতি, অতি প্ৰাকৃত ঘটনাৰ সমাবেশ ঘটাইছে তেওঁৰ কাব্যত। বধকাব্যবোৰত নানাৰসৰ সমাবেশ ঘটিছে যদিও বীৰ আৰু ৰৌদ্ৰৰূপৰ বৰ্ণনাই প্ৰাধান্য লাভ কৰিছে। ভীম আৰু কুৰ্মাৱলী মাজত হোৱা যুদ্ধৰ বৰ্ণনাত বীৰৰসৰ সমাবেশ ঘটিছে এনেদৰে ঃ

প্ৰলয়ৰ বহ্নি যেন শকিতি দুৰ্জয়।<br>
অযুত সূৰ্য্যৰ তেজ প্ৰকাশ কৰয়।<br>
শৰৰ প্ৰতাপে সৰ্ব পৃথিবী লৰিলা।<br>
মন্দৰ গিৰিত যেন চমক লাগিলা।<br>
সকল পৃথিবী নদী নদ ভয় ভৈলা।<br>
আকাশৰ তাৰাগণ খসিয়া পৰিলা।।

বধকাব্যবোৰত জ্ঞাতভাৱেই হওক বা অজ্ঞাত ভাবেই হওক সমসাময়িক সমাজৰ চিত্ৰ ফুটি উঠিছে। প্ৰকৃতিৰ বৰ্ণনাত বিশেষকৈ গছ-গছনি, ফুল সৰোবৰ, পক্ষী আদিৰ বৰ্ণনাত স্বাভাৱিকতা আৰু অলৌকিকতা প্ৰকাশ পাইছে। আখ্যানৰ মাজেৰে কৌতূহল জগাই জনসাধাৰণক বিস্ময় বিমুঢ় কৰি ৰাখিবলৈ কবিয়ে লাখকৌটি সৈন্যৰ সমৰ আয়োজন, ৰণযাত্ৰা আৰু তুমুল যুদ্ধৰ বৰ্ণনাৰে এইবিলাক কাব্যৰ কলেবৰ পৰিপুষ্ট।

**ভীমচৰিত ঃ ৰামসৰস্বতীৰ অনুপম কাব্য ঃ**

ভামচৰিত ভীমৰ লৰালি কালৰ কাৰ্য্যকলাপৰ বৰ্ণনা থকা এখন সৰু কাব্য। এই পুথিখনৰ প্ৰভাব অসমীয়া জন সাধাৰণৰ মাজত অপৰিসীম। ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৰে বাবে এই পুথিখনি জনপ্ৰিয়। গাঁৱৰ নিৰক্ষৰ জনসাধাৰণে খলখলীয়াকৈ ভীমচৰিতৰ গাব পৰা কথাই পুথিখনৰ জনপ্ৰিয়তাৰ ইংগিত বহন কৰে। ৰামসৰস্বতীৰ

অন্য ৰচনাৰ ভিতৰত ভীমচৰিতকে অধিক জনপ্ৰিয় বুলি কব পাৰি। বধকাব্যৰ কিছু লক্ষণ ইয়াতো পোৱা যায়। এই পুথিৰ লগতো মূলকাব্যৰ আখ্যানৰ সম্পৰ্ক নাম মাত্ৰহে। কবিয়ে কাব্যৰ আৰম্ভণি কৰিছে এনেদৰে—

"বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
কহো কথা পাণ্ডৱৰ ছৱাল কালৰ।"

পুথিখনত পঞ্চপাণ্ডৱ আৰু কৌৰৱসকলে খেলাধূলা কৰাৰে পৰা আৰম্ভ কৰি ভীমৰ নানা কাৰ্য্য, ভীমক বিষৰ লাড়ু খুৱাই মাৰিবলৈ চেষ্টা কৰা, জতুগৃহসাজি পঞ্চপাণ্ডৱক পুৰি মৰাৰ দিহা কৰা আদিৰ বৰ্ণনা আছে। বকাসুৰ বধৰ নিধনেৰে এই অধ্যায়ৰ সামৰণি পৰিছে।

দ্বিতীয় অধ্যায়ত পঞ্চ পাণ্ডৱৰ কাম্যক বনত প্ৰবেশ কৰা, ঘৰিয়াল গমিৰাজপক্ষী আৰু শঙ্খচূড় হাতীক বধকৰা কাহিনী আৰু ভীমে মহাদেৱ শিৱৰ ঘৰত লগুৱা খটা কাহিনী, ভীমে খেতিকৰা আদি কাহিনী বৰ্ণিত। কুবেৰক সেকা দিয়াৰ কাহিনী তৃতীয় অধ্যায়ত বৰ্ণনা কৰা হৈছে।

এই পুথিখনত ভীমক সাধাৰণ গৰখীয়া আৰু দেৱাদিদেৱ মহাদেৱক কৃষক শিৱ হিচাবে বৰ্ণনা কৰা হৈছে। কৃষকহলেও কৃষিকৰ্মৰ প্ৰতি তেওঁ আছিল উদাসীন। লৌকিক শিৱ চৰিত্ৰৰ কৃষক শিৱ আৰু ভিক্ষুক শিৱ এই দুটা বৈশিষ্ট্যৰ লগতে ভাঙৰ প্ৰতি থকা আসক্তিও ইয়াত যোগ হৈছে। লৌকিক দেৱতা শিৱৰ এই তিনিওটা গুণ ৰাম সৰস্বতীৰ শিৱ চৰিত্ৰ মাজেৰে প্ৰকাশ পাইছে। এই কাব্যত পাৰ্বতীয়ে শিৱক খেতি কৰিবলৈ উপদেশ দিছেঃ

পাৰ্বতী বদতি প্ৰভু শুনা ত্ৰিলোচন।
একবাৰ কিৰিষি কৰিতে দিয়া মন।
ভিক্ষাৰ চাউলে জানা পেট নুপুৰায়।
খাইবা নাপাই গৰখীয়া আৱাত কৰয়।

পাৰ্বতীৰ কথাত উপায়ন্তৰ হৈ শিৱই খেতি কৰিবলৈ মান্তি হ'ল। খেতি কৰিবৰ বাবে সা-সঁজুলি বিচাৰি পাব ক'ত? পাৰ্বতীয়ে তাৰ সমিধান দিছে-

পাৰ্বতী বোলয় প্ৰভু ভয় এৰা মনে।
মাটি খুজি লৈয়ো কিছু বাসবৰ স্থানে।
কঠিয়া আনাহা খুজি সখি কুবেৰত।
নাঙ্গল আনাহা খুজি বলো যে ভদ্ৰত।।
যমৰ মহিষ গোট আনিয়োক যাই।

তোমাৰ বৃষভ আছে কৰা একে ঠাই।
ত্ৰিশূলক ফাল কৰি হালক যুৰিয়ো
এহিমতে কৃষিকাৰ্য্য বিধান কৰিয়ো।

কোনো কোনো লিখকে 'ভীম চৰিত'ক শাক্ত সাহিত্যৰ অন্তৰ্ভুক্ত বুলি কব খোজে যদিও প্ৰকৃততে ই শাক্ত সাহিত্য নহয়। আচলতে ভীম চৰিত এখন বৈষ্ণৱ কাব্যহে। এই কাব্যৰ নায়ক ভীম কৃষ্ণভক্ত। ভীম যে কৃষ্ণভক্ত সেই কথা শিৱই স্বীকাৰ কৰিছেঃ

নোহে ইটো অল্পজন পাণ্ডুসুত ভীম।
কৃষ্ণৰ প্ৰসাদে তাৰ বীৰত্ব অসীম।।
বনবাসে ফুৰে ইটো ছদ্মবেশ ধৰি।
ভক্তৰ বীৰত্ব বঢ়াবন্ত দেৱ-হৰি।।

'ভীম চৰিত'ৰ মাজেৰে কবিয়ে অসমীয়া সমাজখনৰ চিত্ৰ ফুটাই তুলিছে লগতে পাঠকক লৌকিকতাৰ সোৱাদো দিছে। কাব্যৰ চৰিত্ৰ বোৰ পৌৰাণিক হলেও সমাজৰ একো একোটা শ্ৰেণীক প্ৰতিনিধিত্ব কৰিছে। ভীম চৰিতত হাস্যসৰেও ভূমুকি নমৰাকৈ থকা নাই। কাব্যখনত ভীমৰ কাৰ্য্য আৰু কথাৰ মাজেৰে হাস্যৰসৰ সোৱাদ পাঠকে পাইছে। মুঠতে ৰামসৰস্বতীৰ ভীম চৰিতে অসমীয়া সাহিত্যৰ বুৰঞ্জীত এক বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে আৰু কৰি থাকিব।

**গীত গোবিন্দ বা জয়দেৱ কাব্য ঃ**

জয়দেৱৰ গীত গোবিন্দ এখন সংস্কৃত গীতি কাব্য। এই কাব্যখনি দ্বাদশ সৰ্গত বিভক্ত ২৪ টা গীতৰ সমষ্টি। ৰাধা কৃষ্ণৰ প্ৰেম লীলাৰ অমৰ গীত গীতগোবিন্দ। পূৰ্বৰাগ বিৰহ, উৎকণ্ঠা, মান সম্ভোগ আদি শৃঙ্গাৰ ৰসৰ মাজেৰে নায়ক শ্ৰীকৃষ্ণ আৰু ৰাধাৰ মিলন দেখুৱাইছে। তাল, লয় ৰাগযুক্ত সঙ্গীতৰূপে গীতিগোবিন্দৰ পদাবলীয়ে ভক্ত গায়কৰ হৃদয় স্পৰ্শ কৰিছে।

গীতগোবিন্দ কেন্দ্ৰিক বৈষ্ণৱ সাধনাৰ ক্ষেত্ৰত বঙ্গদেশৰ চাৰিটা বাউল সম্প্ৰদায়ৰ অন্যতম প্ৰৱৰ্ত্তকৰূপে জয়দেৱ পৰিগণিত।

ৰামসৰস্বতীয়ে জয়দেৱকাব্য বা গীতি গোবিন্দৰ জনপ্ৰিয়তালৈ লক্ষ্য কৰিয়ে গ্ৰন্থখনৰ অসমীয়া অনুবাদ কৰে। অৱশ্যে ৰামসৰস্বতী অনুদিত এই গ্ৰন্থ মূলৰ হুবহু অনুবাদ নহয়। সেই কথা কবিয়ে উল্লেখ কৰিছে-

জয়দেৱ নামে কবি আছিল পূৰ্বত।
গীত গোবিন্দৰ বিৰচিলা নানা মত।।

গোবিন্দৰ ৰাসক্ৰীয়া গোপিকা সহিত।
একত্ৰ কৰিয়া ভাগৱত সমন্বিত।
দুয়ো কথা নিবন্ধ কৰিয়া একে ঠাই।
যাহাক স্মৰণে লোক বৈকুণ্ঠক যাই।।
পূৰ্বতে ৰচিলো পদ অতি অনুপম।
উদ্যোগৰ আদি কথা ভাগৱত নাম।।
ভীষ্ম পৰ্ব নিবন্ধিলো ভীষ্মৰ নিৰ্যান।
পাছে ঘোষযাত্ৰা বনপৰ্ব যাৰ নাম।।
জয়দেৱ নামে কাব্য বিৰচিলো সাৰ।
শুক্লধ্বজ ৰাজা টীকা কৰিলন্ত যাৰ।।
নৰনাৰায়ণ নৃপতিৰ প্ৰাণ ভাই।
মহাৰাজা শুক্ৰধ্বজ যাৰ সম নাই।।
তাহান টীকাক জিজ্ঞাসিয়ো বুধজনে।
যদি অৰ্থ নোপোৱা নিন্দিবা মোক মনে।

ৰামসৰস্বতীয়ে এই কাব্য অনুবাদত মহাৰাজ শুক্লধ্বজৰ “সাৰবতী” টীকাৰ সহায় লৈছে। কবিয়ে জয়দেৱকাব্য বা গীতগোবিন্দৰ অনুবাদ ভাগৱত গন্ধি কৰিবলৈ প্ৰয়াস কৰিছে। ৰামসৰস্বতীয়ে ৰত্নাৱলী আৰু সুকণ্ঠী নামৰ দুগৰাকী গোপীনীয়ে ৰাধাৰ বাৰ্ত্তা কৃষ্ণৰ ওচৰলৈ নিয়াৰ বৰ্ণনা কৰিছে। এই দুগৰাকী গোপীৰ নাম মূল কাব্যত পোৱা নাযায়। পোৱা নাযায় কৃষ্ণৰ ওচৰলৈ বাৰ্তা নিয়াৰ কথা। ৰাগ ৰাগিনীৰ ৰূপৰ বৰ্ণনা অনুবাদৰ প্ৰধান বৈশিষ্ট্য। সংস্কৃত মূলৰ পৰা ৰূপৰ বৰ্ণনা কবিয়ে এনেদৰে দিছে-

বসন্তৰাগৰ শুনা ইমত লক্ষণ
প্ৰমত্ত পুৰুষ গোট দেখিতে শোভন।
পৰিধান বস্ত্ৰ বৃক্ষ পল্লব পত্ৰৰ
সুন্দৰ সুৱেশ মূৰ্ত্তি গতি মনোহৰ।

পৰবৰ্তী কালৰ প্ৰাদেশিক ভাষাত গীতগোবিন্দৰ স্পষ্ট প্ৰভাব দেখা যায়। মহানাটক, গোপালকেলি, চন্দিকা আদি পৰবৰ্তী নাটত গীত গোবিন্দৰ প্ৰভাব স্পষ্ট। ড০ সতেন্দ্ৰ নাথ শৰ্মাই সেয়েহে কৈছে “লৌকিক আৰু গীতি নাটৰ আদৰ্শত বোধহয় কবি জয়দেৱেই পোন প্ৰথমে যাত্ৰা শ্ৰেণীৰ নাট্য প্ৰবৰ্তন কৰে গীতগোবিন্দৰ যোগেদি। গীত গোবিন্দক এই কাৰণেই মধ্যযুগীয়া যাত্ৰা নাটৰ প্ৰথম নিদৰ্শন বুলি ধৰা হয়।”

**ৰামসৰস্বতীৰ ভাষা ঃ**

ৰাম সৰস্বতীৰ ভাষা কথিত অসমীয়া ভাষা। শংকৰ মাধৱৰ দৰে কবিয়ে ব্ৰজাৱলী ভাষা ব্যৱহাৰ নকৰি কথিত অসমীয়া ভাষা ব্যৱহাৰ কৰিছে। ইয়াৰ কাৰণ হিচাপে পণ্ডিতসকলে দুটা কথালৈ আঙুলিয়াইছে (ক) গুৰু দুজনাৰ দৰে বোধহয় ৰামসৰস্বতী সিদ্ধহস্ত নাছিল (খ) ৰামসৰস্বতীৰ কাব্যৰচনাৰ প্ৰধান উদ্দেশ্য আছিল নিৰক্ষৰ জনসাধাৰণক কাব্যৰ সোৱাদ দিয়া। গতিকে কবিয়ে জনসাধাৰণে বুজিব পৰা ভাষা ব্যৱহাৰ কৰিছে।

ৰামসৰস্বতীৰ ভাষাত তৎসম শব্দতকৈ তদ্ভৱ শব্দ আৰু দেশীয় শব্দৰ প্ৰয়োগ সৰহ। ভাষা সহজসৰল আৰু সাৱলীল। সহজ সৰল উপমাৰ প্ৰয়োগ তেওঁৰ কাব্যৰ বিশেষত্ব।

(১) যেহেন গৰুড়ে গিৰিশৃঙ্গ ঠোটে লৈলা।
অৰ্জ্জুনক ধৰি আলাগতে তুলি নিলা।।

(২) সেহিসবে শৰবৃষ্টি কৰে নিৰন্তৰ।
শ্ৰাৱন মাসত যেন মেঘে বৰিষয়।।

ৰামসৰস্বতীয়ে ঠায়ে ঠায়ে নিজৰ পৰিবেশৰ পৰা উপমান সংগ্ৰহ কৰি নিজৰ বৰ্ণনীয় উপমেয়ৰ সৈতে ৰিজিতা খোৱাকৈ ব্যৱহাৰ কৰিছে। "অসুৰৰ জিভাখন ৰাজ আলি যেন, দাঁত শালগছৰ দৰে সমান, কামোন্মত্ত অসুৰে ভেবোলা ছাগলীৰ দৰে বক্‌বক্ কৰা, গৃহস্থই নাখালে কোনে কুকুৰক দিয়ে, দাঁত কামোৰণি তেলীয়াৰ জাতৰ শব্দ যেন, খাই উগাৰ মৰাৰ শব্দ পৰ্বত খহাৰ শব্দৰ নিচিনা আদি হেজাৰ বিজাৰ উপমা ৰামসৰস্বতীয়ে উদ্ভাবন আৰু ব্যৱহাৰ কৰিছে।

ৰামসৰস্বতীয়ে বৰ্ণনীয় বিষয় প্ৰকাশৰ বাবে বেছিকৈ পদ (চৈধ্য আখৰৰ) ছন্দৰ আশ্ৰয় লৈছে। ঠায়ে ঠায়ে বিষয় বস্তুৰ লগত খাপখোৱাকৈ দুলড়ী আৰু লেছাৰি চন্দৰ ব্যৱহাৰ কৰিছে। যুদ্ধৰ বৰ্ণনাত বহু ঠাইত ঝুমুৰা বা ঝুমুৰী নামৰ আঠ আখৰীয়া এটা খৰকটীয়া ছন্দৰো ব্যৱহাৰ কৰিছে। এই ছন্দৰ গতি সৈন্য ৰণ যাত্ৰাৰ দৰে দ্ৰুত।

তৰ্জন্ত গৰ্জ্জন্ত ঘনে।
প্ৰহাৰন্ত ক্ষণে ক্ষণে।
দুয়ো মত্ত সিংহ সম।
দুয়ো কালান্তক যম।।

উপৰোক্ত আলোচনাৰ পৰা বুজা যায় যে ৰামসৰস্বতী অসমীয়া সাহিত্যৰ উজ্জ্বল নক্ষত্ৰ; "অসমীয়া সাহিত্য বৈদব্যাস"। শংকৰ মাধৱৰ পিছতে ৰামসৰস্বতীৰ স্থান।

জনপ্ৰিয় কাহিনীৰ জৰিয়তে সহজ সৰলভাষাৰে ধৰ্মৰ আদৰ্শ প্ৰচাৰ কৰা, বিবিধ শিকনি আজিও সমাজত সমাদৃত। ডিম্বেশ্বৰ নেওগৰ ভাষাৰে কব পাৰি ঃ "শংকৰ মাধৱক এৰি লেখ জো উভয়তে ৰাম সৰস্বতীৰ অসমীয়া সাহিত্যলৈ অৱদান অতুলনীয় বুলি সঁচাকৈয়ে এওঁক অসমীয়া বেদব্যাস বুলিব পাৰি। মুঠতে অসমীয়া সাহিত্য সংস্কৃতিৰ সৌৰজগতত শংকৰ সূৰ্য্যক প্ৰদক্ষিণ কৰা জ্যোতিস্ক মণ্ডলীৰূপে মাধৱদেৱক যদি বৃহস্পতি বোলা হয় তেন্তে ৰামসৰস্বতীক দ্বিতীয় উজ্জ্বল শুক্ৰ আৰু অনন্তকন্দলিক বুধ বুলিব পাৰি।"

**সহায়ক গ্ৰন্থ**

(১) ডিম্বেশ্বৰ নেওগ ঃ নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী

(২) ডিম্বেশ্বৰ নেওগ ঃ অসমীয়া সাহিত্যৰ বুৰঞ্জী।

(৩) সত্যেন্দ্ৰনাথ শৰ্মা ঃ গীতগোবিন্দ অসমীয়া সাহিত্যৰ ইতিবৃত্ত।

(৪) বিশ্বনাৰায়ণ শাস্ত্ৰী ঃ ৰাম সৰস্বতী

(৫) ভবপ্ৰসাদ চলিহা (সম্পা) ঃ ভীম চৰিত

(৬) ড০ সতেন্দ্ৰ নাথ গোস্বামী (সম্পা) ঃ অশ্বকৰ্ণ বধ

(৭) নলিনী কুমাৰ চক্ৰৱৰ্তী (সম্পা) ঃ অশ্বকৰ্ণ বধ

(৮) যোগেন্দ্ৰ নাথ তালুকদাৰ ঃ কবি ৰামসৰস্বতী জীৱন আৰু দৰ্শন

(৯) তিলক চন্দ্ৰ মজুমদাৰ ঃ প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰাঞ্জল ধাৰা।

(১০) বিৰিঞ্চি কুমাৰ বৰুৱা ঃ ভীমচৰিত্ৰৰ পাতনি ।

# ৰঘুনাথ চৌধাৰী আৰু ‘সাদৰী’

ড০ নমিতা ডেকা

বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱৰ জন্ম হৈছিল হাজোৰেই সমীপবৰ্ত্তী লাওঁপাৰা গাঁৱত। ভোলানাথ চৌধাৰীৰ ঔৰসত আৰু দয়ালতাৰ গৰ্ভত ১৮৭৯ চনত জন্ম হোৱা ৰঘুনাথ চৌধাৰীদেৱে কিন্তু পিতামাতাৰ আশ্ৰয়ত জীপাল নহৈ জয়পাল দাস নামৰ এজন লোকৰ আশ্ৰয়ত থাকিহে জীৱনক গঢ় দিব লগা হৈছিল। পিছলৈ গুৱাহাটীৰ উজানবজাৰ নিবাসী গৰ্গৰাম চৌধাৰীৰ আশ্ৰয়ত তেওঁ পঢ়াশুনা কৰিবলৈ লয়। অৱশ্যে গুৱাহাটীৰ কলেজিয়েট স্কুলত পঢ়া চৌধাৰীদেৱে অষ্টমামানতেই পঢ়াশলীয়া শিক্ষা সামৰিবলগীয়া হয়। বৃত্তিত শিক্ষক চৌধাৰীদেৱে ১৯০১ চনত উজানবজাৰৰ লতাশিল প্ৰাথমিক স্কুলত শিক্ষকতা কৰিছিল। পিছলৈ তেওঁ বোন্দাৰ খাতত খেতিৰ কামত মনোনিবেশ কৰে। ড০ মহেশ্বৰ নেওগৰ ভাষাত ‘কবি খেতি আৰু মনৰ মাজত কবিতাৰ খেতিত লাগে।’ তেওঁ বিভিন্ন সামাজিক আৰু সাংস্কৃতিক কামত জড়িত হৈ আছিল। গুৱাহাটীৰ ‘জোনাকী’ৰ তেওঁ কিছুদিন সহকাৰী সম্পাদক আছিল। ‘জয়ন্তী’ (১৯৩৬-৩৮) আৰু ‘সুৰভি’ (১৯৪০, ৪২-৪৪) ৰ সম্পাদক থকাৰ উপৰিও তেওঁৰ সম্পাদনাতে শিশু আলোচনী ‘মইনা’ (১৯২৩) প্ৰকাশ পাইছিল। চৌধাৰীদেৱৰ জীৱন বিচিত্ৰ অভিজ্ঞতাৰে বৈচিত্ৰমণ্ডিত। তথাপিও, মুখ্যতঃ তেওঁ এজন কবি, জ্ঞাননিষ্ঠ সাহিত্যিক।

উদিত অথবা অস্তমিত সূৰুযৰ ৰঙচুৱা পোহৰে আমাৰ মনত ৰহন সানিলেও তাৰ মাজেদি আমি কিন্তু সাতোৰঙৰ সন্ধেদ নাপাওঁ। সেই সন্ধেদ আমাক দিবলৈ প্ৰয়োজন হয় ৰামধেনুখনৰ। পিতৃ-মাতৃ প্ৰদত্ত সোমনাথ নামেৰে জীৱনত পৰিচিত হ'বলৈ ওলোৱা আমাৰ এইজন কবিও কুলপুৰোহিত বিজয় চক্ৰবৰ্ত্তীদেৱে দিয়া ৰঘুনাথ নামেৰেহে বংশৰ ৰঘুনাথ হৈ সাহিত্যজগততো নিজৰ অতুলনীয় প্ৰতিভাৰ স্বাক্ষৰ চিহ্নিত কৰিলে। ৰঘুনাথ বুলিলেই আমাৰ হৃদয়, মগজুত অনুভূত হয় বিশ্বপ্ৰকৃতিৰ সৌন্দৰ্য্যৰ প্ৰতি আকৃষ্ট এজনা প্ৰাণৱন্ত কবিৰ কবিতাৰ ধ্বনি। কবিতাৰ মাজেদি আত্মপৰিচয় দাঙি ধৰা চৌধাৰীদেৱৰ ‘সাদৰী’ কাব্যাকাশৰ সপ্তৰঙী ৰামধেনু।

মন কৰিবলগীয়া যে ৰঘুনাথ চৌধাৰীয়ে অষ্টমমান শ্ৰেণীলৈহে স্কুলীয়া শিক্ষা লাভ কৰিছিল। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য আৰু মিথিলাৰ পণ্ডিত

বালমুকুন্দঝাদেৱৰ সংস্পৰ্শত তেওঁ সংস্কৃত ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰিছিল। কবিৰ সংঘাতপূৰ্ণ জীৱনত প্ৰকৃতিৰ অপৰিসীম প্ৰভাৱেই আজি তেওঁক অসমীয়া সাহিত্যজগতত কবিৰত্ন হিচাপে প্ৰতিষ্ঠা কৰি থৈ গ'ল। সাহিত্যত কবিতাৰ স্থান সম্পৰ্কে চৌধাৰীদেৱে কৈছে, "সাহিত্যৰ সৌন্দৰ্য্যই কবিতা। জীৱন প্ৰবাহত অসংযতভাবে উঠা ভাব তৰঙ্গৰ কৰুণ উচ্ছাসেই কবিতা। মানুহে যেতিয়া গভীৰ নিৰাশাত ডুব গৈ সংসাৰৰ অসাৰতা অনুভৱ কৰে, মৰ্মভেদী বেদনাৰ কৰুণ সুৰত মানুহৰ হৃদয় উদ্বেলিত হয়, দুৰ্জয় আকঙক্ষাৰ প্ৰবল ধুমুহাত মানুহে যেতিয়া জীৱনৰ আঁত হেৰুৱায়; আশা মৰীচিকাত পৰি বাসনাৰ তীব্ৰ পিয়াহত কণ্ঠাগত হৈ প্ৰাণে যেতিয়া সান্ত্বনাৰ শীতল ছায়া চিদানন্দৰূপ 'ওৱেচিছ' বিচাৰিবলৈ প্ৰয়াস পায়; তেতিয়াহে ভাৱৰাজ্যত কবিতাৰ সৃষ্টি হয়।"

এইখিনিতে মনত প্ৰশ্ন হয়, ৰঘুনাথ চৌধাৰীৰ মনত অথবা ভাৱৰাজ্যত কবিতাৰ উন্মেষ ঘটাৰ গুৰিতে বাৰু এনেবোৰ কাৰণেই নিহিত হৈ আছে নেকি? কবিৰ ব্যক্তিগত জীৱনৰ ইতিহাসে আমাক এই কথাৰ সম্ভেদ দিয়ে যে তেওঁৰ সমগ্ৰ জীৱন কাৰুণ্যৰ বালিৰে পৰিপূৰ্ণ এখন তপ্ত মৰুভূমি আৰু কবিতা হ'ল সেই মৰুভূমিৰ ওৱেচিচ স্বৰূপ। নিচেই কেঁচুৱা কালতে পিৰালিৰ পৰা বাগৰি শিলৰ চেপাত ভৰি সোমাই পৰাত তেওঁ চিৰকাললৈ পঙ্গু হৈ পৰিল। মাত্ৰ চাৰি বছৰ বয়সতে হেৰুৱালে চেনেহৰ মাতৃক। তাৰপিছতে বঞ্চিত হ'ল ককায়েক, বায়েকৰ মৰমৰ পৰাও। সন্তান আৰু সহধৰ্মিনীৰ অকাল বিয়োগে মানসিক ভাৰসাম্য কাঢ়ি নিয়া দেউতাককো তেওঁ ল'ৰালিকালতেই হেৰুৱাব লগীয়া হ'ল। জীৱনৰ আৰম্ভণিতে ৰঘুনাথ সন্মুখীন হ'ল সংসাৰৰ জটিলতা, বিচিত্ৰতা আৰু সংঘাতেৰে পৰিপূৰ্ণ এখন অন্য পৃথিৱীৰ। এইখন পৃথিৱী নিঠৰুৱা পৃথিৱী, আশ্ৰয়হীন পৃথিৱী। স্বাভাৱিকতে ৰঘুনাথৰ জীৱনে বগুৱা বালে আনৰ আশ্ৰয়ত। এনেদৰেই জীৱনৰ সন্মুখীন হোৱা ৰঘুনাথৰ মন নিৰাশাই আৱৰি ধৰিলেও নাইবা মৰ্মভেদী বেদনাৰ কৰুণ সুৰত হৃদয় উদ্বেলিত হৈ পৰিল যদিও তেওঁৰ ভাৱৰাজ্যত এক নতুন উচ্ছাসৰ জোঁৱাৰ উঠিল। তেওঁৰ অশান্ত প্ৰাণে সান্ত্বনাৰ শীলত ছায়া বিচাৰি উপনীত হ'ল প্ৰকৃতিৰ বিশাল প্ৰাঙ্গনত। সমগ্ৰ বিশ্বপ্ৰকৃতি কবিৰ বাবে মুকলি হৈ পৰিল। এনেস্থলত কবিৰ মনৰ পৰা হেৰাই গ'ল কৰুণতাৰ অসিত বৰণ। তাৰ ঠাইত জিলিকি উঠিল আনন্দৰ পূৰ্ণৰেখা।

"জড় জগতত জীৱ জগতত
পাওঁ সকলোতে দেখা
মহাবিশ্বজুৰি বিৰিঙিছে যেন
আনন্দৰ পূৰ্ণৰেখা।"

ৰঘুনাথ চৌধাৰীৰ কবিতাই প্ৰথম আত্মপ্ৰকাশ কৰে 'জোনাকী'ৰ পাতত। 'সাদৰী' (১৯১০), 'কেতেকী' (১৯১৮), 'কাৰবালা' (১৯২৩), 'দহিকতৰা' (১৯৩১) আৰু

'নৱমল্লিকা' (১৯৫৮) কাব্যপুথিৰ মাজেদি কবি ৰঘুনাথ চৌধাৰীক বিচাৰি চালে তেওঁৰ কাব্যত দুটা স্পষ্ট ধাৰা দেখিবলৈ পাওঁ। এটি ধাৰাত আছে প্ৰকৃতিৰ প্ৰতি গভীৰ ভালপোৱা আৰু নিবিড় অনুভূতি আৰু আনটোত আছে, জীৱনৰ ব্যথা-বেদনাই কঠিন বুলি অনুভৱ কৰোৱা সংসাৰখনৰ প্ৰতি বৈৰাগ্যভাব আৰু মৃত্যুচেতনা। ড০ মহেশ্বৰ নেওগদেৱে এই সম্পৰ্কে মন্তব্য আগবঢ়াইছে এনেদৰে," চৌধাৰীৰ কবিতা সমূহত দুটা স্পষ্ট আৰু সুকীয়া ধাৰা দেখিবলৈ পোৱা যায়, এটা ইন্দ্ৰিয়মুখী, আনটো ইন্দ্ৰিয়বিমুখী। এটিত ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দস্বৰূপ তন্মাত্ৰ-লব্ধ জীৱনৰ স্বীকৃতিৰ প্ৰতি এটি আকৰ্ষণ। আনটিত ভাৰতীয় চিত্তবৃত্তিৰ চিৰচিনাকি ভক্তি-জ্ঞান বৈৰাগ্যৰ উদ্দাম ভাব। দুয়োটি ধাৰাই সাৰ্থক কবিতাৰ সৃষ্টি কৰিছে" (অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃষ্ঠা ঃ ২৬২)।

ৰঘুনাথ চৌধাৰী যি সময়ৰ কবি, সেই সময় অসমীয়া কাব্যজগতত ৰোমান্টিকতাৰ নৱ উচ্ছ্বাসৰ সময়। চৌধাৰীৰ কবিতাও ৰোমান্টিক আৱেশৰ মধুৰ জালত বান্ধখাই পৰিল। ৰোমান্টিচিজ্‌ম্ আৰু চৌধাৰীৰ কবিতাৰ মাজত এটি যেন সম্পৰ্ক গঢ় লৈ উঠিল। জীৱনৰ কঠোৰতাৰ মাজেদি আগবাঢ়ি যোৱা কবিয়ে হঠাতে বিচাৰি পালে কোমল অনুভূতিৰে পৰিপূৰ্ণ শীতল প্ৰচ্ছায়া। সেয়াই হ'ল প্ৰকৃতি। সেয়ে কবিৰ ৰোমান্টিক মনে একপ্ৰকাৰ পলায়নবাদৰ মাজেদি প্ৰকৃতিৰ এখন নতুন ৰাজ্যত প্ৰৱেশ কৰিলে। তাত কবিৰ সঙ্গী হ'ল বিভিন্ন বিহগ-বিহগী, গছ-লতা, ফুল, আকাশ, জোন, নৈ-পৰ্ব্বত, মন-প্ৰাণ আকুল কৰিব পৰা প্ৰকৃতিৰ আৰু বহুতো উপাদান। এইবোৰৰ মাজতেই কবিয়ে বিচাৰি পালে জীৱনৰ প্ৰকৃত অৰ্থ। সত্য আৰু সৌন্দৰ্য্যৰ সন্ধানত ব্ৰতী কবিৰ বাবে প্ৰকৃতি হৈ পৰিল চিৰলগৰীয়া। যি অৰ্থত ৱৰ্ডছ্ৱৰ্থ আছিল প্ৰকৃতিৰ কবি, সেই একে অৰ্থতে ৰঘুনাথ চৌধাৰীও প্ৰকৃতিৰ কবি। প্ৰকৃতিৰ এক চিৰন্তন সুৰে কবিৰ মন-প্ৰাণ জোকাৰি গৈছিল। প্ৰকৃতিৰ প্ৰতিটো স্তৰ, প্ৰতি অঙ্গই যেন কবি চৌধাৰীৰ কবিতাৰ মাজেদি পৰিপূৰ্ণ হৈ পৰিছিল। তেওঁৰ প্ৰকৃতি বিষয়ক কবিতাবোৰ পঢ়িলে এনে এটি উপলব্ধি হয়, কবিজনা আৰু প্ৰকৃতি এটা আনটোৰ পৰিপূৰক। আচলতে প্ৰকৃতিয়েহে যেন কবিজনাক বিচাৰি উলিয়াইছে। এই কথাখিনি ক'বলৈ যাওঁতে মোৰ মনত পৰিল মেথিউ আৰ্ণল্ডৰ ৱৰ্ডছ্ৱৰ্থ সম্পৰ্কীয় এটি উক্তিলৈ, "It might seem that nature not only gave him the matter for his poem, but wrote his poem for him." প্ৰকৃতি কবি হেন্‌ৰি ডেভিচে 'A rainbow and a cuckoo's song may never, come together again' বুলি কৈছে যদিও ৰঘুনাথ চৌধাৰীয়ে যেন ৰামধেনু আৰু কুলিৰ মধুৰ কুজন একেলগে দেখিবলৈ আৰু শুনিবলৈ পাইছিল। সেয়া সম্ভৱ হৈ উঠিছিল তেওঁৰ মনোৰাজ্যত চিৰ বিদ্যমান ছয়ঋতুৰ মনোৰম সমাহাৰৰ বাবেই। সেয়ে কবিয়ে চৰাইজনীক সুধিছে,

"নাজান নে পখী তোৰ সি সঙ্গীতে
কাঢ়ি নিছে মোৰ প্ৰাণ।"

ৰঘুনাথ চৌধাৰীৰ 'সাদৰী' কবিতা পুথিখনিত মুঠ সাতাইশটা কবিতা সন্নিবিষ্ট হৈছে। ইয়াৰে প্ৰায় প্ৰতিটো কবিতাতে প্ৰকৃতিৰ অস্তিত্ব আছে যদিও তাৰ মাজেদিয়ে কবিয়ে জীৱনৰ প্ৰতি বিৰাগ, সংসাৰৰ অসাৰত্ব প্ৰতিপন্ন কৰিছে। পুথিখনিৰ আৰম্ভণি-কবিতা 'ভিক্ষা'ৰ মাজত কবিজনাৰ আত্ম পৰিচয়ৰ সন্ধেদ পোৱাৰ লগতে বিচাৰি পোৱা যায় সংসাৰ আৰু জীৱনৰ সুখ-সম্ভোগৰ প্ৰতি কবিৰ বিতৃষ্ণাৰ মনোভাব। তেওঁ স্পষ্টভাৱে কৈছে,

"নলওঁ ডিঙিত আঁৰি সম্ভ্ৰমৰ মালা
ভাবোঁ তাক অতি হেয় বুলি,
অপমান, অপযশ, লাঞ্ছনা শিৰত
লম প্ৰভু আগ্ৰহেৰে তুলি।"

কবিয়ে জীৱন-পথাৰত 'পত্ৰ পুষ্প ফলহীন তৰু' হৈ জীয়াই থাকিব খোজে। কাৰণ চৌধাৰীদেৱৰ মন কামনা শূণ্য হৈ পৰিছে।

"পিশাচিনী কামনাক দিছোঁ আঁতৰাই
তাই মোক দিছে বহু দুখ,
শৰীৰ শিয়ৰি উঠে পৰিলে মনত
ৰাক্ষসীৰ কদাকাৰ মুখ।"

ভগৱানৰ ওপৰত কবিগৰাকীৰ এটাই মাথো কামনা—

"শিলৰ ৰেখাৰ দৰে তোমাতে সদায়
থাকে যেন অটল বিশ্বাস।"

এয়া যেন পদ্মশ্ৰী নলিনীবালা দেৱীৰ 'ৰূপ-তৃষ্ণা চিৰ সুন্দৰৰ' অনুৰূপ সুৰৰ প্ৰকাশ।

চৌধাৰীদেৱৰ 'বিৰহীৰ উক্তি' কবিতাটি বিৰহীস্বৰূপ তেওঁৰ অপূৰ্ণ হৃদয়ৰ পূৰ্ণকথা। চৰাইক ভালপোৱা কবিজনাই নিজকে এটি বাণবিদ্ধ বিহঙ্গৰ সতে তুলনা কৰিছে। তেওঁৰ হৃদয়ৰ যাতনা প্ৰাণ কাঢ়ি নিব পৰা যাতনা।

"পৰি ৰলোঁ মায়াময় সংসাৰী জালত
বাণবিদ্ধ বিহঙ্গৰ প্ৰায়;
কোমল ডেউকা দুটি হ'ল নিশকতি
যাতনাত প্ৰাণ ফুটি যায়।"

কবি ভাগ্যহীন। তেওঁৰ দুখ পতিয়াবলৈ এইখন পৃথিবীত কোনোৱেই নাই। তেওঁৰ প্ৰাণ ইতিমধ্যেই তপ্ত হৈ পৰিছে। তাপিত হৃদয়েৰে সংসাৰৰ বোজা কঢ়িয়াই ফুৰা কবিয়ে ভাবিবলৈ বাধ্য হৈছে যে সংসাৰখন সোণোৱালী মৰীচিকাৰ সমষ্টি মাথোন। এনে সংসাৰখনত মৰীচিকা খেদি ফুৰোঁতে শ্ৰান্ত হৈ পৰা কবিয়ে বিধিয়ে তেওঁক অনন্ত যাতনা দিয়া বুলি আক্ষেপ কৰিছে। কবিৰ এই আক্ষেপৰ কাৰণো নথকা নহয়। চৌধাৰীদেৱ 'প্ৰেম অভিলাষী প্ৰেমৰ বলিয়া'। চিৰন্তন শাশ্বত প্ৰেমৰ সন্ধানত ঘূৰি ফুঁৰোতে তেওঁ বহু হাবাথুৰি খালে। আনহাতে প্ৰেমৰ নৈত জুৰণি লবলৈ কবিৰ সন্মুখত আছে বিঘিনিৰ অলঙঘ্য প্ৰাচীৰ। এনেদৰে অনাবিল প্ৰীতিৰ অম্বেষণত ভ্ৰমি ভাগৰি পৰা কবিয়ে কৈছে,

"নোৱাৰিলোঁ পাৰ হব নিজন পথাৰ
দুখ নিশা কেতিয়া পুৱাব;
তপত চকুৰ লোৰে তিয়ালে শৰীৰ
কোনে মোক বাট দেখুৱাব!"

ৰঘুনাথ চৌধাৰীয়ে কেৱল বাট বিচাৰিয়ে ক্লান্ত হোৱা নাই; সংসাৰত প্ৰকৃত মিত্ৰৰ সন্ধানতো শৰীৰ ঘুণীয়া কৰিছে। মানুহৰ মৰম-চেনেহৰ কৃত্ৰিমতাই এদিন কবিক জীৱনৰ প্ৰকৃত শিক্ষা দিলে। তেওঁ বুজি পালে নিজ মনৰ ভ্ৰান্তি। তেনে অৱস্থাতে কবিয়ে জীৱন অৱসানৰ এক মধু কল্পনা কৰিছে। কবিৰ বাবে এই কল্পনাতে নিহিত হৈ আছে জীৱন্মুক্তিৰ মধুৰতা। এতিয়া তেওঁ সকলো অভিমানৰ উৰ্দ্ধত।

"বাসনা কামনা ৰোগ,
উকলিল কৰ্মভোগ
পাৰ্থিব সম্পদ সুখ
আত্ম -অভিমান;
এৰিলোঁ মানবী সজা,
দুদিনীয়া ভঙা পঁজা,
লাহে লাহে জীৱলীলা
হ'ল অৱসান।"

মন কৰিবলগীয়া যে ৰঘুনাথ চৌধাৰীয়ে মৃত্যুৰ আলিঙ্গনেৰে উপভোগ কৰিব বিচাৰিছে ফুলশয্যাৰ আনন্দ। মৃত্যুৰ প্ৰতি কবিৰ এনে আকৰ্ষণৰ কাৰণ হ'ল -মৃত্যুৱেই জীৱনৰ চিৰন্তন সত্য। মৃত্যু হৈছে প্ৰকৃত শান্তিদাতা। ই সংসাৰৰ দুখ-শোক, ব্যথা-বেদনা আঁতৰাই জীৱনলৈ কঢ়িয়াই আনে চিৰশান্তিৰ মন্দাকিনী। সেয়েহে কবিৰ এই আৱাহন,

"আহা মোৰ চিৰ সঙ্গী আঁহা প্ৰিয় সখা
তোমাৰ মুখকে চাই দুখ পাহৰিম,
দিব্য ৰূপ ধৰি তুমি দিবা মোক দেখা,
যিদিনা চিতাক মই সাৱটি ধৰিম।
সিদিনাহে দূৰ হ'ব সংসাৰ যাতনা,
সিদিনাহে প্ৰাণে মোৰ লভিব সান্ত্বনা।"

'দহিকতৰা' কবিতাপুথিৰো কেইবাটিও কবিতা তেওঁৰ মুক্তিকামী মনৰ বৈৰাগ্যমূলক ভাৱধাৰাৰে উদ্বেলিত।ৰবীন্দ্ৰনাথৰ 'তুহু মম তাপ ঘুচাও, মৰণ তু আওৰে আও' সুৰধ্বনিৰ প্ৰতিধ্বনি যেন ৰঘুনাথৰ এনেবোৰ কবিতাৰ পংক্তিত শুনিবলৈ পাওঁ। অৱশ্যে এই কথা উল্লেখ কৰিব পাৰি যে ৰবীন্দ্ৰনাথৰ কাব্যৰ সুৰৰ সতে চৌধাৰীদেৱৰ সাদৃশ্য থাকিলেও তেওঁ ৰবীন্দ্ৰনাথৰ কবিতাৰ দ্বাৰা প্ৰভাৱান্বিত হৈ এনেবোৰ কবিতা ৰচনা কৰা নাছিল। নিজকে এডাল পত্ৰ পুষ্পহীন তৰুৰ লগত তুলনা কৰা কবিজনাৰ সংসাৰৰ প্ৰতি বীতস্পৃহ হৈ পৰা মনৰহে ই পূৰ্ণ অভিব্যক্তি।

ৰঘুনাথ চৌধাৰীৰ কৰিতাৰ যি বৈৰাগ্যমূলক সুৰ, সেয়া কবিৰ ব্যথাহত জীৱনৰ মাজবাটত ধ্বনিত হোৱা অনাহূত সুৰ। আচলতে কবিৰ হৃদয়খনো হেপাঁহৰ অনুৰাগেৰে পৰিপূৰ্ণ এখনি ৰক্তিম কানন। যিহেতুকে কবিৰ মানস হ্ৰদত সোণালী এপাহ পদুম ফুলি আছে, সেয়ে তেওঁ এছাটি সমীৰণ হৈ গোন্ধৰ সফুঁৰা চৌদিশে বিলাই দিব খোজে। কেৱল সেয়াই নহয়; পুৱতিৰ অৰুণ হৈ জেউতী চৰাবলৈ, নৱ বসন্তৰ গুণ-গান গাবলৈ, নীলসিন্ধু হৈ প্ৰিয়া প্ৰকৃতিক একেৰাহে চাই থাকিবলৈ, প্ৰাণ-চকোৰক অমৃত পিয়াবলৈ, ভোমোৰাৰ দৰে উৰি উৰি পৰিমল চুহিবলৈ কবিৰ দুৰন্ত হাবিয়াস। কিন্তু আক্ষেপৰ বিষয় ক্ষন্তেকীয়া জীৱনকালৰ দৰে কবিৰ এই হাবিয়াসো চিৰস্থায়ী নহ'ল।

"কিন্তু মোৰ সেই মানস-কুসুম
গাইছে যিদিনা সৰি,
সৌন্দৰ্য্য পৰাগ শূণ্য হিয়াখনি
নুঠে আৰু ঠন ধৰি।"

কিন্তু ৰঘুনাথ চৌধাৰীৰ কবিতাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বৈশিষ্ট্যটো হ'ল যে জীৱনটো ক্ষণস্থায়ী বুলি জানিও, সংসাৰখন ব্যথা-বেদনা, কাঁইটনীৰ সমাহাৰ বুলি জানিও তেওঁ এইখন পৃথিৱীৰে প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত জীৱনৰ আনন্দ বিচাৰি উলিয়াইছে। বিশ্ব প্ৰকৃতিৰ এই সৌন্দৰ্য্যৰ আঁৰত কি শক্তিনো লুকাই আছে? কবিয়ে তাৰ কোনো ইঙ্গিত পোৱা নাই। সেয়ে তেওঁৰ মনত উদিত হৈছে বিশ্বখনক লৈ

হেজাৰ প্ৰশ্ন। ৰাতিপুৱা, হিমালয়, জোনটো, বিজুলী, মেঘ, তৰা, আকাশ, গ্ৰহ, পানীগছা, নীলসাগৰ, গছ-লতিকা, চৰাই, পখিলা, হৰিণী, চকোৰ, তটিনী, ভেটফুল, ভোমোৰা, কুলিচৰাই, ম'ৰাৰ, পাখীদুখন- এই সকলোবোৰেই কবিৰ মনত কৌতুহ'লৰ সৃষ্টি কৰিছে। কিন্তু সেই কৌতুহ'লৰ নিৰ্দ্দিষ্ট সিদ্ধান্তত উপনীত হ'ব নোৱাৰি তেওঁ কেৱল এটা কথাকে উপলব্ধি কৰিব পাৰিছে,

"সুন্দৰ অখিল বিশ্ব
অদ্ভুত নিৰ্মাণ
কি বুজিম মৃঢ়মতি
উদ্দেশ্য মহান।
ভাবিলে নাপাও অন্ত
ইসব কাৰ্য্যৰ,
তোমাৰ অনন্ত লীলা
পৰম ঈশ্বৰ।"

ৰঘুনাথ চৌধাৰীৰ কবিতাত বৈৰাগ্যমূলক ভাব অথবা মৃত্যুচেতনাৰ ইঙ্গিত থাকিলেও চৌধাৰীদেৱৰ প্ৰকৃত পৰিচয় এগৰাকী প্ৰকৃতি কবি বা বিহগী কবি হিচাপেহে। প্ৰকৃতিৰ অফুৰন্ত প্ৰেমৰ স্পৰ্শই কবিক পাহৰাই পেলালে জনসমাজৰ অনাদৰ, অৱহেলা আৰু কুটিলতা। কবিৰ হাড়ে হিমজুৰে সোমাই পৰিল প্ৰকৃতিৰ নিঃস্বাৰ্থ মৰমৰ সান্নিধ্য। নিঃসঙ্গতা কবিৰ আঁতৰি গ'ল। প্ৰকৃতিৰ অনাবিল সৌন্দৰ্য্য চাই চাই তেওঁ তন্ময় হৈ পৰিল। আমি পাঠকসমাজ তন্ময় হ'লো কবিৰ প্ৰকৃতি প্ৰীতিৰ সুৰধ্বনিত। এয়া বাৰু কেনেকৈ সম্ভৱ হ'ল। কবিয়ে প্ৰকৃতিকে আশ্ৰয়ৰ সমল হিচাপে বাচি ল'লে কিয়? নে প্ৰকৃতিয়ে নিজে আহি কবিৰ ওচৰত ধৰা দিছে? এইকথা আগতেই উল্লেখ কৰা হৈছে যে প্ৰকৃতিয়েই যেন কবিক বিচাৰি উলিয়াইছে। আচলতে প্ৰকৃতিৰ সতে চৌধাৰীদেৱৰ গভীৰ আত্মীয়তা আছিল। বীৰকুছিৰ এজন চহা খেতিয়ক হিচাপে মাটিৰ কেঁচা গোন্ধে কবিক আত্মবিভোৰ কৰি ৰাখিছিল। তাৰ লগত অভিজ্ঞতাপূৰ্ণ জীৱনৰ সঙ্গম ঘটাত কবিজনাই প্ৰকৃতিক নিজৰ কৰি ল'ব পাৰিলে। তদুপৰি জাতীয় প্ৰেমৰ অনুৰাগে কবিক চৌপাশে থকা প্ৰকৃতিখনকো ভালপাবলৈ শিকাইছিল। ৰঘুনাথ চৌধাৰীৰ প্ৰকৃতি প্ৰীতিয়ে সকলোকে সামৰি লৈছে যদিও 'চৰাই' তেওঁৰ কবিতাৰ অন্যতম সমল। চৌধাৰীৰ মনত চৰায়ে এক সুকীয়া স্থান অধিকাৰ কৰিছে। 'গোৱাহে এবাৰ মোৰ প্ৰয় বিহঙ্গিনী' কবিতাটিয়ে ইয়াৰ উৎকৃষ্ট উদাহৰণ। বন বিহাৰিণি এই চৰাইজনীৰ কণ্ঠ ছ'ত্ৰিশ ৰাগিনীৰে পৰিপূৰ্ণ। 'স্বৰ্গীয় দূতৰ বেশে কণ্ঠে সুধা সানি' তেওঁৰ এইজনী প্ৰিয় বিহঙ্গিনিয়ে মৰ্ত্ত্যবাসীৰ মাজত বিলাই ফুৰিছে প্ৰীতিৰ জুৰণি। প্ৰিয় বিহঙ্গিনিৰ মধুৰ কণ্ঠধ্বনি শুনি কবিয়েও প্ৰয়াস কৰিছে নিজৰ বাঁহীটিত তাৰ প্ৰতিধ্বনি শুনিবলৈ।

"বলিয়াৰ দৰে ফুৰোঁ বননি বননি,
গছৰ তলত গই
সিঞাৰো বাঁহীটি লই
নুবুজোঁ গানৰ তেও ভাব উদগনি,
গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি"।

কবিৰ বিশ্বাস যে চৰাইজনীৰ ক্ষুদ্ৰ হিয়াখনি অপাৰ্থিৱ প্ৰেমৰ ভঁৰাল। সেয়ে তাইৰ কণ্ঠত অনুভূত হৈছে সৰগীয় প্ৰেমৰ মাধুৰী। গতিকে চৌধাৰীদেৱে চৰাইজনীৰ সতে উৰি যাব খুজিছে সেই পবিত্ৰ ধামলৈ।

"শুনাহে এবাৰ পখী অভাগাৰ বাণী
নালাগে পাৰ্থিৱ সুখ,
নকৰো মনত দুখ,
তোমাৰ লগতে উৰি যাওঁ বিহঙ্গিনি।
সদায় বইছে য'ত প্ৰেম-মন্দাকিণী!"

চৌধাৰীদেৱৰ এই কবিতাটোৱে আমাক মনত পেলাই দিয়ে ইংৰাজ কবি কীট্‌চৰ 'অ'ড টু এ নাইটিংগেল' কবিতাটোলৈ।

'Already with thee! Lender is the night,
And hap'ly the Queen Moon is on her throne,
Cluster'd around by all her starry Fays;
But here there is no light,
Save what from heaven is with the breezes blown
Through verdurous gllooms and winding mossy ways."

একেদৰেই চৌধাৰীদেৱে তেওঁৰ 'মৰমৰ পখীটিৰ পৰাও গানৰ ভুৱন ভুলোৱা সুৰ শুনিবলৈ পাইছে. কেতেকী চৰাইজনীৰ মাজত অতুলনীয় গুণৰ সমাহাৰ দেখা পোৱা কবিয়ে চৰাইজনীৰ পৰা অপৰিসীম শিক্ষাও লাভ কৰিছে। যাৰফলত তেওঁ চৰাইজনীক অনুৰোধ কৰিব পাৰিছে এনেদৰে,

"শুনিবা নে প্ৰিয় সখা কথা এটি কওঁ-
একোকে নালাগে মোক,
নকৰোঁ বেজাৰ শোক,
জন্ম জন্মান্তৰে যেন তোমাকে পাওঁ।"

কেতেকীজনীৰ প্ৰতি কবিৰ শেষ প্ৰতিশ্ৰুতি,

"সুন্দৰ দুখনি হিয়া নাই ভেদাভেদ,
একেধ্যান একে জ্ঞান,
মিলি যাব দুটি প্ৰাণ,
কদাপিতো দুজনৰ নহ'ব বিচ্ছেদ।"

কবিয়ে যে কেৱল আনন্দৰ সুৰ বহন কৰা বস্তুকে ভাল পাইছিল এনে নহয়, সন্ধ্যা, ললিতা, কান্তাৰ বিষাদগ্ৰস্ত কৰুণধ্বনিৰ মাজতো বিচাৰি পাইছিল আনন্দৰ লহৰ। সেয়ে তেওঁ সকলোৰে প্ৰতি এই আহ্বান জনাইছে,

"হে পথিক!জুৰোৱাহি তাপিত জীৱন
ক্ষন্তেক বহিলে হিয়া পৰিব শীতল,
ভাগৰুৱা পথিকৰ শান্তিনিকেতন
অময়া প্ৰেমৰ পুৰী গিৰি সন্ধ্যাচল।"

বসন্ত ঋতুৰ প্ৰতি কবিৰ আকৰ্ষণ দুৰ্নিবাৰ। বসন্তকালৰ বিভিন্ন দৃশ্যসজ্জা তেওঁৰ ভিন ভিন কবিতাত প্ৰকাশ পালেও 'ব'হাগীৰ বিয়া' কবিতাত বসন্তৰ মোহনীয় ৰূপ জীৱন্ত হৈ প্ৰকাশ পাইছে। ব'হাগীক কইনা আৰু বসন্তক দৰা স্বৰূপে কল্পনা কৰি ৰচনা কৰা এই কবিতাটিত কবিয়ে ইমান সুন্দৰভাৱে অসমীয়া সমাজৰ বিবাহ পদ্ধতিৰ চিত্ৰ অঙ্কন কৰিছে যে সিয়েই আমাক তেওঁৰ কাব্যৰচনাৰ সিদ্ধহস্ততাৰ কথা সঁকিয়াই দিয়ে। সঁচাকৈয়ে বসন্তকাল আনন্দ আৰু ৰং ৰহইচৰে পৰিপূৰ্ণ এক ৰমনীয় কাল। কবি T.Nash এ সেয়ে হয়তো কৈছে,

Spring, the sweet spring, is the year's pleasant King'
Then blooms each thing, then maids dance in a ring,
Cold doth not sting, the prety birds do sing,
Cuckoo, jug-jug, pu-we, to wittaa+woo!"

'বশিষ্ঠাশ্ৰম' কবিতাটিত তেওঁ বসন্ত আৰু শৰৎকালৰ সুন্দৰ দৃশ্য আঁকিছে। আনহাতে বৰ্ষকালৰ প্ৰাকৃতিক দৃশ্য আৰু সৌন্দৰ্য্যৰে তেওঁৰ 'বৰ্ষা' কবিতাটি অনুৰঞ্জিত। বৰ্ষালৈ সকলোৰে অপেক্ষা। গছ-লতা, বিহগ-বিহগীৰ উপৰিও বৰ্ষালৈ মানৱৰ আকাঙ্ক্ষা অপাৰ। কবিয়ে বৰষাৰ প্ৰয়োজনীতালৈ আঙুলিয়াই কৈছে,

"মৰু প্ৰান্তৰৰ শ্ৰান্ত পথিকৰ
তুমিয়েহে পান্থ তৰু,
কৰা সঞ্জীৱিত তৃষিত জনৰ,
দগধ হৃদয় মৰু।"

এইখিনিতেই মনত এটি প্ৰশ্ন জাগে, চৌধাৰীদেৱৰ মনত এই সৌন্দৰ্য্যবোধ জাগ্ৰত হ'ল কেনেকৈ? প্ৰকৃতাৰ্থত চৌধাৰীদেৱ সৌন্দৰ্য্যৰ উপাসক। তেওঁৰ সৌন্দৰ্য্যসন্ধানী মনটোৱেই তেওঁক যেন এজনা কবিত পৰিণত কৰিছে। তেওঁৰ উপলব্ধিৰ শক্তি অতিশয় প্ৰখৰ। সৌন্দৰ্য্যবোধৰ ভাৱতৰঙ্গই কবিৰ মনত সূক্ষ্ম অনুভূতিৰ জন্ম দিছে। সেয়ে বিশাল বস্তুৰ উপৰিও ক্ষুদ্ৰবস্তুৰ মাজতো তেওঁৰ অৰ্ন্তদৃষ্টিয়ে বিচাৰি উলিয়াইছে সৌন্দৰ্য্যৰ আঁকৰ। 'গছৰ পাত'ত তেওঁ দেখিবলৈ পাইছে সুন্দৰী গাভৰুৰ প্ৰাণৰ কোমলতা।

প্ৰকৃতি-প্ৰীতিৰ বাহিৰেও অতীত-প্ৰীতি, পৌৰাণিক কাহিনী প্ৰীতি, ব্যক্তি বা স্বদেশ-প্ৰীতি তেওঁৰ কবিতাৰ মাজেদি প্ৰকাশিত হৈছে। তেওঁৰ 'ফল্গু' কবিতাটিত দেৱ-দুহিতা ফল্গু নৃত্যৰতা অৱস্থাত তপস্যাত আঘাতপ্ৰাপ্ত কোনো ঋষিৰ অভিশাপত স্বৰ্গচ্যুতা হৈ কেনেদৰে পৃথিৱীত অন্তঃ সলিলা হৈ বৈ থাকিবলগীয়া হৈছে তাৰ ইঙ্গিত দিছে। কবিৰ মতে করুণ সুৰেৰে ফল্গুৰ জীৱন ভৰপূৰ। তথাপি ফল্গুৰ দুখ পতিওৱা কবিয়ে স্বৰগ-নন্দিনীক সুধিছে,

"হে নদী! কল্যাণময়ী স্বৰগ নন্দিনী,
আছিলা এদিন তুমি অমৰাৱতীৰ
দেৱৰ দুৰ্লভ ধন, অমৰ বৈভৱ।
কিয়বা দারুণ বিধি আহি আচম্বিতে
দিলে ঘোৰ অভিশাপ সৰল প্ৰাণত!
অথবা কঠোৰ ব্ৰতী, পৰম যোগীৰ
কৰিছিলা যোগ ভঙ্গ নৰ্তকীৰ বেশে
সিকাৰণে হ'লা নেকি স্বৰ্গভ্ৰষ্টা তুমি?"

'বৰ্ষা' কবিতাটিত 'প্ৰিয়া-বিৰহত বিৰহী যক্ষক প্ৰেমৰ বাতৰি দিয়া' এই কবিতাশাৰীৰে কবিয়ে যক্ষৰাজ কুবেৰৰ অভিশাপৰ বাবে নিৰ্বাসিত হৈ যক্ষই ৰামগিৰি আশ্ৰমত প্ৰিয়া বিৰহত কাতৰ হৈ কেনেদৰে বৰ্ষাৰ মেঘক প্ৰিয়াৰ ওচৰলৈ দূত হৈ যাবলৈ অনুৰোধ কৰিছে, সেই পৌৰাণিক কাহিনীৰ ইঙ্গিত দিছে। তেওঁৰ 'গিৰিমল্লিকা' কবিতাটিও এনে বৈশিষ্ট্যৰ বৰ্হিভূত নহয়।

চৌধাৰীদেৱৰ 'সখীলৈ' কবিতাটিত অতীতপ্ৰীতিৰ চিনাকি গোন্ধ আছে। কবিতাটিত ল'ৰালি কালৰ লগৰীয়া সখীয়েকলৈ তেওঁ মনত পেলাইছে আৰু অতীতৰ হাঁহি-ধেমালি, বিষাদ আৰু পৰস্পৰৰ অকপট ভালপোৱাৰ কথা ৰোমন্থণ কৰিছে। তেওঁ সেই ৰোমন্থণৰ আনন্দ সখীকে দিব খুজি কৈছে,

"সোঁৱৰা এবাৰ সখী অতীত জীৱন;
শৈশৱৰ ধূলি খেলা,
যৌৱনৰ ৰূপ লীলা,
স্বৰগ পাতাল যেন নালাগে নে বাৰু
নাহে সি সুখৰ দিন নাভাবিবা আৰু।"

'শ্রীশঙ্কৰদেৱ', কবিতাটিত কবিয়ে, তেৰাৰ, প্ৰশস্তি গাইছে। অসমীয়া সাহিত্য, সমাজ, ধৰ্মলৈ মহাপুৰুষজনাৰ অপৰিসীম অৱদানলৈ লক্ষ্য ৰাখি কবিয়ে তেওঁক 'পুণ্যভূমি অসমত পূৰ্ণ অৱতাৰ' বুলি অভিহিত কৰিছে। 'আৱাহন' কবিতাটিত প্ৰকাশ পাইছে জ্ঞানদায়িনীলৈ কবিৰ ভক্তিভৰা প্ৰণতি। কটন মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাৰ সময়ত এই কবিতাটো পাঠ কৰা হৈছিল বুলি জনা যায়।

ৰঘুনাথ চৌধাৰীৰ কবিতাই পাঠকৰ মন আকৰ্ষণ কৰাৰ মূলতে হ'ল উপযুক্ত শব্দচয়ন আৰু সৌন্দৰ্য্যমূলক বৰ্ণনা। বিষয়বস্তুৰ সতে সঙ্গতি ৰাখি তেওঁ কবিতাসমূহত শব্দ প্ৰয়োঁগ কৰিছে। উদাহৰণ স্বৰূপে 'গোলাপ' কবিতালৈ আঙুলিয়াব পাৰি। পাৰস্যৰ এই ফুলপাহৰ সৌন্দৰ্য্য বৰ্ণনা কৰোঁতে তেওঁ 'পিয়াৰী', 'বচ্‌ৰাৱাণী', 'গুল্‌বদন, 'পাপিয়া' 'মচগুল' আদি শব্দ ব্যৱহাৰ কৰিছে। শব্দ আৰু ছন্দৰ অপূৰ্ব সন্মিলনত কবিতাটিৰ সৌন্দৰ্য্য দুগুণে বৃদ্ধি পাইছে। বসন্তকালৰ বৰ্ণনাৰে মধুময় হোৱা 'মাধুৰী' কবিতাটি অনুপ্ৰাসৰ প্ৰয়োগত মহিমামণ্ডিত হৈ পৰিছে। ইয়াত 'ম' বৰ্ণৰ সঘন প্ৰয়োগত ছন্দই এক নিৰ্দ্দিষ্ট গতি লাভ কৰিছে। নিভাঁজ অসমীয়া শব্দৰ সমষ্টিৰে কবিয়ে কবিতাটো ৰচনা কৰি নিজৰ শব্দজ্ঞানৰ সুন্দৰ পৰিচয় প্ৰদান কৰিছে। সংস্কৃত ভাষাত বিশেষ ব্যুপত্তি থকা কবিয়ে প্ৰচুৰ পৰিমাণে তৎসম শব্দ কবিতাত ব্যৱহাৰ কৰিছে। সহৃদয় পাঠকে তেওঁৰ প্ৰায় প্ৰতিটো কবিতাতে ৰসৰ প্ৰকৃত অস্তিত্ব অনুভৱ কৰিব পাৰে। কবিতাৰ ৰূপ বিচাৰত ৰীতিৰ মূল্য যথেষ্ট। এইফালৰ পৰাও ৰঘুনাথ চৌধাৰীৰ কবিতা পিচপৰা নহয়।

অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰ কবি ৰঘুনাথ চৌধাৰী সম্পৰ্কে সৰ্বশেষত তেওঁৰ ভাষাৰেই ক'বলৈ মন যায়,

"ক্ষুদ্ৰ হৈয়ো চিৰকাল স্বাধীন যিজন
দুখতেই থাকে প্ৰাণধৰি,
ভাবি চোৱা সেইজন কিমান মহৎ
পৰাধীন জীৱনত কৰি।"

◆◆◆

# ভাষাবিদ কালিৰাম মেধি

ড০ ৰামচৰণ ঠাকুৰীয়া

কালিৰাম মেধি অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীৰ এটি অবিস্মৰণীয় নাম। এই নামটো মনলৈ অহাৰ লগে লগেই আমাৰ মনত পৰে, পুৰণি অসমীয়া ভাষাৰ ঐতিহাসিক বিচাৰ বিশ্লেষণেৰে তেখেতে আগবঢ়োৱা বৰঙণিৰ কথা আৰু মনত পৰে, পাঠ-সমীক্ষামূলক বিচাৰ-পদ্ধতিৰে পুৰণি অসমীয়া পুথি সম্পাদনাৰ ক্ষেত্ৰত তেখেতে দাঙি ধৰা নতুন আদৰ্শটোৰ কথা। হেমচন্দ্ৰ বৰুৱাই নিৰ্দ্দিষ্ট কৰি দিয়া আজিৰ অসমীয়া ব্যাকৰণৰ নিয়ম মানি হেম-সৰস্বতী, মাধৱ কন্দলি, হৰিবৰ বিপ্ৰ, শংকৰদেৱ আদি কবি-সাহিত্যিকসকলে যে অসমীয়া ভাষাত গ্ৰন্থ ৰচনা কৰা নাছিল, পুৰণি অসমীয়া বৈষ্ণৱ সাহিত্য যে কেৱল থাপনাৰ বস্তুৱেই নহয়, বিশ্ব সাহিত্যৰো অমূল্য সম্পদ, আমাৰ পূৰ্ব-সুৰী সকলৰ বৰ্ণাৱলীক 'শুধৰাই' নতুন কৰাটো যে পুৰণি পুথি-সম্পাদনাৰ নিয়ম নহয়, বৰং তাৰ ব্যতিক্ৰমটোৱেহে ৰীতি- আজিৰ যুগৰ লেখক সকলৰো বহুতৰ বাবেই অপৰিচিত অথচ পণ্ডিতসকলৰ মাজত বিশেষ ভাবে সমাদৃত এনেবোৰ কথা কালিৰাম মেধিয়েই পোন প্ৰথমে সাহসেৰে আমাৰ আগত ঘোষণা কৰে। তদুপৰি অসমীয়া ভাষাত বিজ্ঞান-মূলক প্ৰবন্ধ ৰচনা আৰু পুথিবিজ্ঞান সম্পৰ্কীয় আলোচনাৰ ক্ষেত্ৰতো মেধি ডাঙৰীয়াই হৈছে বাটকটীয়া স্বৰূপ। বিদেশী চৰকাৰৰ তলত চাকৰি কৰি আৰু উচ্চ প্ৰশাসনীয় গধুৰ দায়িত্বত থাকিও অসমীয়া ভাষা আৰু পুৰণি অসমীয়া সাহিত্য, বিশেষকৈ অসমৰ বৈষ্ণৱ সাহিত্যৰ চৰ্চ্চাত মেধিদেৱে নিজকে যি ভাবে নিয়োজিত ৰাখিছিল, তাক ভাবিলে সঁচাকৈয়ে বিস্ময় মানিব লাগে। এই কথা অবিসম্বাদিত ভাবেই সঁচা যে কালিৰাম মেধি আছিল এটা যুগৰ সৃষ্টি। তেখেতৰ দৰে ওৰে জীৱন এইদৰে কঠোৰ সাধনা আৰু একান্ত নিষ্ঠাৰে অসমীয়া ভাষা-সাহিত্যৰ সেৱাত নিজকে উছৰ্গা কৰা লোকৰ সংখ্যা আমাৰ মাজত আছিল- আগতেও তাকৰ আৰু এতিয়াও বিৰল।

কালিৰাম মেধিৰ জন্ম স্থান হৈছে ৰামদিয়া। কামৰূপ জিলাৰ হাজোৰ ওচৰতে এই গাওঁ অৱস্থিত। ৰামদিয়া গাঁৱত কেইবাখনিও পুৰণি সত্ৰ আছে। তাৰে এখনি

মহাপুৰুষীয়া সত্ৰ হৈছে বগৰীবাৰী। এই সত্ৰৰে ভুকলি মেধিৰ ঘৰত ১৮৭৮ চনৰ অক্টোবৰ মাহত জন্ম হয় এই জনা বৰেণ্য ব্যক্তিৰ। মেধিদেৱৰ মাতৃ সোণতৰাও আছিল এগৰাকী অতি ধৰ্মপৰায়ণা মহিলা। পিতৃ পিতামহ আৰু মাকৰ পৰা উত্তৰাধিকাৰী সূত্ৰে লাভ কৰা সদাচাৰ, নিয়ম নীতিৰ উপৰি সত্ৰৰ ভকতীয়া পৰিবেশও মেধিদেৱৰ ওপৰত ল'ৰালি কালৰে পৰা যথেষ্ট প্ৰভাব পেলাইছিল; আৰু পিছলৈ ইয়েই লাহে লাহে নিগাঢ় হৈ তেখেতৰ সমগ্ৰ জীৱন মহীয়ান কৰি তুলিছিল। এই সম্পৰ্কত ড০ সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে লিখিছে— "মহাপুৰুষীয়া ধৰ্ম্মৰ বৈশিষ্ট্যবোৰৰ লগত এই কালছোৱাতেই (তেওঁ) পৰিচয় লাভ কৰাৰ সুযোগ লাভ কৰিছিল। পুৰণি সাহিত্যৰ প্ৰতি অনুৰাগ আৰু শ্ৰদ্ধা অঙ্কুৰিত হৈছিল এই ল'ৰালি কালছোৱাতেই। সুৰ লগাই পদ পুথি পঢ়া, নিত্য-প্ৰসঙ্গ কৰা, নামঘৰত বন্তি-শলিতা জ্বলোৱা আদি মেধি ঘৰৰ নিত্য নৈমিত্তিক কামত ঘৰৰ বৰ ল'ৰা হিচাপে কালিৰামেও অংশ গ্ৰহণ কৰি মহাপুৰুষীয়া ধৰ্ম আৰু সাহিত্যৰ পাঠ লবলৈ সুযোগ পাইছিল। পুৰণি সাঁচিপতীয়া পুথি পঢ়িবলৈ শিকে এই কালছোৱাতেই, যাৰ ফলত **'প্ৰহ্লাদ চৰিত্ৰ'**, **'অঙ্কাৱলী'**, **শংকৰদেৱৰ বাণী** আৰু মহাপুৰুষীয়া ধৰ্ম সম্পৰ্কে নানা প্ৰবন্ধ পৰৱৰ্ত্তী কালত ৰচনা কৰা দেখিবলৈ পাওঁ।"[১] কালিৰাম মেধিদেৱৰ ভৱিষ্যত জীৱন গঠনৰ এনে অনুকূল পৰিবেশৰ লগতে তেখেতৰ দৃঢ়মনা বৰদেউতাক ধৰম মেধিৰ প্ৰভাৱ আৰু অনুপ্ৰেৰণাও যে আছিল অপৰিসীম, সেই কথাও এই প্ৰসঙ্গতে উল্লেখ কৰিবলগীয়া।

কালিৰাম মেধিৰ শিক্ষা জীৱন আৰম্ভ হয় নিজ গাওঁতে 'ছাত্ৰঘৰ'ত। তাৰে পৰাই তেখেত ১৮৯১ চনত জলপানী লৈ প্ৰাথমিক পৰীক্ষা পাছ কৰে আৰু গুৱাহাটীলৈ আহি কটন কলেজিয়েট স্কুলত ভৰ্ত্তি হয়। মেধিদেৱ সৰুৰে পৰাই যিদৰে আছিল পৰিশ্ৰমী, সেইদৰেই আছিল তীক্ষ্ণধীও। ১৮৯৭ চনত অনুষ্ঠিত এন্ট্ৰেঞ্চ পৰীক্ষাত তেখেতে প্ৰথম বিভাগত উত্তীৰ্ণ হোৱাৰ লগতে সংস্কৃতত অসমীয়া ছাত্ৰৰ ভিতৰত সৰ্ব্বোচ্চ নম্বৰ লাভ কৰি দুটা ৰূপৰ পদক লাভ কৰিবলৈও সমৰ্থ হয়। তাৰ পিছত উচ্চ শিক্ষা লাভৰ বাবে মেধি কলিকতালৈ যাত্ৰা কৰে আৰু তাৰ চিটি কলেজৰ এফ.এ. শ্ৰেণীত নাম লগায়।

১৮৯৯ চনত চিটি কলেজৰ পৰা মেধিয়ে পুনৰ প্ৰথম বিভাগত এফ.এ. পৰীক্ষা পাছ কৰে আৰু পদাৰ্থ বিজ্ঞান আৰু ৰসায়নত অনাৰ্ছ লৈ বি. এ. পঢ়িবলৈ লয়। ১৯০২ চনত তেখেত সেই কলেজৰ পৰাই অনাৰ্ছ সহ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। বি. এ. পৰীক্ষাত অনাৰ্ছত অসমীয়া ছাত্ৰসকলৰ ভিতৰত মেধিদেৱেই সৰ্ব্বোচ্চ স্থান লাভ কৰিছিল আৰু তাৰবাবে তেখেতক "বিষ্ণুপ্ৰিয়া দেৱী' বঁটাৰে বিভূষিত কৰা হৈছিল। ইয়াৰ এবছৰৰ পিছতে অৰ্থাৎ ১৯০৩ চনত তেখেতে প্ৰেচিডেন্সি কলেজৰ পৰা পদাৰ্থ বিজ্ঞানত এম. এ. পৰীক্ষা দিয়ে আৰু যথেষ্ট সুখ্যাতিৰেই সেই পৰীক্ষাও পাছ কৰে।

শিক্ষা জীৱনৰ সমাপ্তিৰ পিছত মেধিদেৱে কলিকতাৰ পৰা অসমলৈ উভতি আহে আৰু ১৯০৫ চন ও উপপ্ৰতি সমাহৰ্তা হিচাপে যোগদান কৰি চৰকাৰী চাকৰি জীৱন আৰম্ভ কৰে। পাঁচ বছৰ মান সেই পদত থকাৰ পিছত তেখেত একষ্ট্ৰা এচিষ্টেন্ট কমিছনাৰ পদলৈ উন্নীত হয়। পিছলৈ সেই পদৰ পৰা তেখেত মহকুমাধিপতি হৈছিল আৰু শেষৰ ফালে অস্থায়ীভাৱে কিছুদিন উপায়ুক্তৰ পদো অলঙ্কৃত কৰিছিল। ১৯৩৬ চনত মেধিদেৱে চৰকাৰী সেৱাৰ পৰা অৱসৰ গ্ৰহণ কৰে যদিও প্ৰশাসনীয় কামৰ ক্ষেত্ৰত থকা তেখেতৰ দক্ষতা আৰু সাধুতাৰ বাবে চৰকাৰে দুবছৰ মানৰ বাবে তেখেতক বিশেষ দণ্ডাধীশ পাতিছিল আৰু দ্বিতীয় মহাযুদ্ধৰ সময় হোৱাত 'ৱাৰ ৰিস্ক ইনচিয়ৰেঞ্চ'ৰ বিশেষ 'অফিচা'ৰ হিচাপে পুনৰ নিযুক্তি দিছিল।

মেধি-দেৱৰ সাংসাৰিক জীৱন বৰ সুখৰ নাছিল। ছাত্ৰ জীৱনতে বিয়া কৰোৱা তেখেতৰ প্ৰথম পত্নীৰ বিয়োগ হৈছিল ন কইনাৰ লগত এষাৰিও কথা পাতিবলৈ নৌ পাওঁতেই মাকৰ ঘৰত। দ্বিতীয় পত্নী মোক্ষদাবালা মেধিৰো মৃত্যু হৈছিল বৈবাহিক জীৱনৰ বাৰ বছৰ পাছতে; আৰু বন্ধু-বান্ধৱ আৰু আত্মীয়সকলৰ অনুৰোধ পেলাব নোৱাৰি তৃতীয় বাৰৰ বাবে দাৰ পৰিগ্ৰহ কৰা স্বৰ্ণলতা মেধিৰো পৰলোক প্ৰাপ্তি হৈছিল মেধিদেৱ স্বৰ্গগামী হোৱাৰ ছয় বছৰ পূৰ্বতে। মেধিদেৱ এঘাৰটি পুত্ৰ কন্যাৰ পিতৃ আছিল। দ্বিতীয় পত্নীৰ পক্ষৰ তেখেতৰ পুত্ৰ-কন্যা হৈছে ক্ৰমে ৰামভদ্ৰ মেধি, কাদম্বৰী, বিদ্যুৎপ্ৰভা, কুমুদৰঞ্জন আৰু ৰত্না; আৰু তৃতীয় পত্নী স্বৰ্ণলতাৰ পুত্ৰ কন্যাসকল হ'ল জাহ্নবী, হেমৰেখা, কমলা, উৎপলা, সুৰেন্দ্ৰ নাথ আৰু সুভদ্ৰ। মোক্ষদা বালা মেধিৰ পক্ষৰ ৰামভদ্ৰ মেধিয়ে এসময়ত জিলা ন্যায়াধীশৰ পদ অলংকৃত কৰিছিল। স্বৰ্ণলতা মেধিৰ ফালৰ পৰা সুৰেন্দ্ৰ নাথ মেধিয়ে অসমীয়া সাহিত্যৰ এগৰাকী প্ৰথিতযশা গল্পকাৰ আৰু বুদ্ধিজীৱি হিচাপে সকলোৰে মাজত সু পৰিচিত। ১৯৫৪ চনৰ ২৪ জানুৱাৰীত ৭৬ বছৰ বয়সত মেধি ডাঙৰীয়াৰ পৰলোক প্ৰাপ্তি হয়।

ইংৰাজীত এষাৰ নীতি-বচন আছে ' চিম্পল লিভিং এণ্ট হাই থিংকিং'। মেধি ডাঙৰীয়াৰ জীৱন আছিল ইয়াৰ উৎকৃষ্ট উদাহৰণ। মানুহ হিচাপে তেখেত বৰ গহীন-গম্ভীৰ আছিল, কিন্তু তেখেতৰ ব্যৱহাৰ, কথা-বতৰা আদিত অহংকাৰৰ লেশ মাত্ৰও কেতিয়াও প্ৰকাশ পোৱা নাছিল। চৰকাৰী কামৰ গধূৰ দায়িত্ব আৰু ভাষা-সাহিত্য-চৰ্চ্চাৰ গৱেষণামূলক কামত সদায় ব্যস্ত থকা স্বত্বেও তেখেত অনেক সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত আছিল। ১৯১৯ চনৰ বৰপেটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ তৃতীয় অধিবেশনত পৌৰোহিত্য কৰাৰ উপৰি ১৯২৭ চনত গোৱালপাৰাত অনুষ্ঠিত সাহিত্য সভাৰ দশম অধিবেশনৰো তেখেত ভাষাতত্ত্ব শাখাৰ সভাপতি আছিল। কামৰূপ অনুসন্ধান সমিতি, অসম ৰাজ্যিকসংগ্ৰহালয় প্ৰভৃতিৰ লগত তেখেতৰ সম্পৰ্ক আছিল জন্মলগ্নৰে পৰা। ৰায় বাহাদুৰ কনকলাল বৰুৱাৰ

বাজ্যিক সংগ্ৰহালয় স্থাপনৰ আঁচনিক বাস্তৱ ৰূপ দিয়াৰ ক্ষেত্ৰত তেখেত আছিল প্ৰধান সহায়ক। তেখেতে কিছুদিনৰ বাবে সংগ্ৰহালয় পৰিচালনা সমিতিৰ সভাপতিৰ দায়িত্বও পালন কৰিছিল। অৱশ্যে তেখেতৰ এই সকলোবোৰ কামৰ মূলতে আছিল এটাই লক্ষ্য- অসমীয়া সমাজ -সংস্কৃতি আৰু ভাষা -সাহিত্যৰ উন্নতি সাধন; আৰু প্ৰকৃত পক্ষে, এইটোৱেই তেখেতক যশস্যাৰ কলসীত তুলি অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীতো দান কৰিছিল এখনি বিশিষ্ট আসন।

সাহিত্যিক হিচাপে মেধিদেৱৰ ব্যক্তিত্বৰ পূৰ্ণস্ফুৰণ হৈছিল কেতিয়া তাক হয়তো একে আষাৰে কৈ দিয়া টান। কিন্তু এটা কথা ঠিক যে বয়সৰ ফালৰ পৰা তেখেত জোনাকীৰ ৰথী-মহাৰথীসকলৰ প্ৰায় সমসাময়িক হ'লেও সাহিত্যিক হিচাপে তেখেতৰ স্বীকৃতি জোনাকীত নাই; দৰাচলতে তেখেতৰ সাহিত্যিক জীৱন আৰম্ভ হয় প্ৰসন্ন কুমাৰ বৰুৱাৰ সম্পাদনাত ওলোৱা আলোচনী আৰু তাৰানাথ চক্ৰৱৰ্ত্তীৰ সম্পাদনাত ওলোৱা আসাম বান্ধৱৰ যোগেদিহে। প্ৰথম বছৰৰ আলোচনীত প্ৰকাশ পোৱা তেখেতৰ প্ৰবন্ধ সমূহ হ'ল ঃ 'তপ', 'পৃথিৱী' আৰু 'সূৰ্য্য'; আৰু প্ৰথম বছৰৰ আসাম বান্ধৱত প্ৰকাশ পোৱা প্ৰবন্ধ কেইটা ক্ৰমে 'অসমীয়া নাট', 'হেলীৰ নেজাল তৰা', 'গৌৰৱ' আৰু 'লিখাৰ সঁজুলি'। এই দুখন আলোচনীৰ বাহিৰেও তেখেতে জয়ন্তী, চেতনা, সুৰভি, বাঁহী, আৱাহন, প্ৰবাসী, অসম সাহিত্য সভা পত্ৰিকা, প্ৰভাত, নামধৰ্ম আৰু ৰামধেনুত নিয়মিত ভাবে বিবিধ বিষয়ৰ তত্ত্ব গধূৰ প্ৰবন্ধ লিখিছিল; আৰু 'জাৰ্নেল অৱ দ্য আছাম ৰিছাৰ্চ ছোচাইটী'ত ভালেকেইটা ইংৰাজী প্ৰবন্ধও প্ৰকাশ কৰিছিল। তেখেতৰ উল্লেখযোগ্য ইংৰাজী প্ৰবন্ধ সমূহ হ'ল ঃ 'দি কলিতাজ' 'দি ফিল' ছফিকেল এছেপেক্ট অব্ আছামৃছ ব্ৰজাৱলী লিটাৰেচাৰ' আৰু 'দি ব্ৰজাৱলী অৱ আছাম্'। তদুপৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত 'এছপেক্টচ্ অৱ দ্য আৰ্লি আছামিজ লিটাৰেচাৰ' নামৰ গ্ৰন্থত মেধি ডাঙৰীয়াই 'অ'ৰিজিন অৱ দ্য আছামিজ ড্ৰামা' নামৰ দীঘলীয়া প্ৰবন্ধ এটাও প্ৰকাশ কৰিছিল। তেখেতৰ প্ৰবন্ধৰ বিষয় আছিল বিস্তৃত আৰু পৰিধিও আছিল বিশাল। বিষয়বস্তু অনুসৰি সেইবোৰক প্ৰধানকৈ এই কেইটা ভাগত ভগাব পাৰি ঃ ভাষা, সাহিত্য, ধৰ্ম, বিজ্ঞান আৰু ইতিহাস সম্বন্ধীয় ৰচনা।

গ্ৰন্থাকাৰে মেধিদেৱৰ জীৱিত কালত পোৱা কিতাপ মাত্ৰ চাৰিখন ; তাৰে তিনিখন পুৰণি অসমীয়া পুথিৰ সংগ্ৰহ আৰু সম্পাদনা আৰু বাকীখন স্বকীয় মৌলিক ৰচনা। তেখেতৰ সম্পাদিত গ্ৰন্থ তিনিখন ক্ৰমে 'প্ৰহ্লাদ চৰিত্ৰ (১৯১৩), মহাপুৰুষ শংকৰদেৱৰ বাণী (১৯৪৮) আৰু অঙ্কাৱলী (১৯৫০); আৰু মৌলিক গ্ৰন্থখন হ'ল ঃ অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব (১৯৩৬)। এই কেইখনৰ বাহিৰেও তেখেতে আৰু তিনিখন গ্ৰন্থ ৰচনা কৰিছিল ঃ এখন অসমীয়া ভাষাৰ মূল (১৯১৮), এখন বীজগণিত (১৯৩৬) আৰু আনখন অসমীয়া প্ৰাথমিক প্ৰাকৃতিক বিজ্ঞান (১৯৩৭)। ইয়াৰে দ্বিতীয়খন কেনেবাকৈ হেৰাল; কিন্তু প্ৰথমখন ১৯৮৯ চনত প্ৰকাশ পাইছে।

এই কথা সঁচা যে পুৰণি অসমীয়া পুথিৰ সংগ্ৰহ আৰু প্ৰকাশৰ ক্ষেত্ৰত মেধি ডাঙৰীয়াই অসমৰ প্ৰথম ব্যক্তি নহয়। তেখেতৰ বহুদিনৰ পূৰ্বেই হৰিবিলাস আগৰৱালা, মাধৱচন্দ্ৰ বৰদলৈ, কালিৰাম বৰুৱা, শিৱনাথ ভট্টাচাৰ্য্য আদি কেইবাজনো বৰেণ্য ব্যক্তিয়ে এই পৰ্য্যায়ৰ কাম হাতত লৈছিল। আৰু কেইবাখনো আপুৰুগীয়া পুথি সংগ্ৰহ কৰি ইতিমধ্যে প্ৰকাশো কৰিছিল। কিন্তু মেধিদেৱে কৰা কামৰ ক্ষেত্ৰত বিশেষত্ব এইখিনিতেই যে হেম সৰস্বতীৰ দ্বাৰা ৰচিত প্ৰহ্লাদ চৰিত্ৰ নামৰ গ্ৰন্থখনি প্ৰকাশ কৰি তাৰ 'পাতনি'ত তেখেতেই পোন প্ৰথমবাৰৰ বাবে এনেধৰণৰ কথা ব্যক্ত কৰিছিল ঃ "এই পুথিৰ মূল যেনে পাইছো, তেনে লেখিছো। কবিৰ ভুল শুদ্ধ কৰিবৰ আমাৰ বিদ্যাও নাই, সাহো নাই। অৱশ্যে নকলকাৰকে যে মাজে মাজে অশুদ্ধ বৰ্ণবিন্যাস দিছে এনে অনুমান কৰিবৰ বহুত কাৰণ আছে। তথাপি দেৱতাই য'ত পাৱ দিব সঙ্কুচিত হয়, তাত নৃশংসসবে বেগে প্ৰবেশ কৰে। (Fools rush in where angels fear to tread) কথা মই প্ৰমাণিত কৰিব নুখুজো।" 'পাতনিখনিত উল্লেখ কৰা তাতোকৈ তাৎপৰ্য্যপূৰ্ণ কথাটি হ'ল তাৰ 'উচ্চাৰণ আৰু বৰ্ণবিন্যাস'ৰ বিষয়ে দাঙি ধৰা আলোচনাটি ঃ "প্ৰাকৃতৰ সময়ত সংস্কৃত শব্দাৱলীৰ যি বৰ্ণ-বিন্যাসৰ-বিভ্ৰাট ঘটিছিল প্ৰহ্লাদ- চৰিত্ৰত তাৰ চিন পূৰামাত্ৰাত দেখা যায়। কিন্তু উচ্চাৰণৰ প্ৰতি দৃষ্টি কৰিলে জনা যায় অসমীয়া উচ্চাৰণ সেইকালতে বঙ্গালী, হিন্দী ভাষাৰ বৰ্ত্তমান উচ্চাৰণৰ পৰা সম্পূৰ্ণ পৃথক আছিল। পুথিৰ শব্দাৱলীত বৰ্ণ-বিন্যাসৰ ব্যতিক্ৰম হৱা সত্বেও তাৰ উচ্চাৰণত অসমীয়া বিশেষত্ব সম্পূৰ্ণ ৰক্ষিত হইছিল। প্ৰাকৃতৰ 'শষোঃ সঃ' সূত্ৰ প্ৰায়ে ৰক্ষিত হৈছিল। কিন্তু এই কথা মনত ৰাখিব লাগে যে অসমীয়াৰ 'স'ৰ দৰে উচ্চাৰিত হোৱা 'শ' আৰু 'ষ'কহে সদাই 'স' কৰা হৈছিলঃ অন্যত্ৰ 'ষ'ৰ উচ্চাৰণ 'খ' আৰু 'খ'ৰ উচ্চাৰণ 'ষ' দি দেখুৱা পাইছো। মূৰ্দ্ধন্য ণ আৰু দীৰ্ঘ ঈকাৰ আৰু ঊকাৰো পুথিত প্ৰায় নাই। 'ব' আৰু 'ৱ'ৰ উচ্চাৰণ অনুসৰি নামখৰি সদাই ব্যৱহৃত হৱা দেখা যায়।"[২] হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰা নিৰ্ধাৰিত পদ্ধতিক উলঙ্ঘা কৰি পুৰণি অসমীয়া পুথিৰ বৰ্ণাৱলী আৰু উচ্চাৰণ-পদ্ধতিৰ বিষয়ে এনে চিন্তা নিঃসন্দেহে নতুন কথাঃ; ড০ নেওগৰ ভাষাত ক'বলৈ গ'লে মেধি ডাঙৰীয়াৰ ই 'এক দুৰ্জয় আধ্যাত্মিক সাহসে'ই।[৩] এই দুৰ্জয় সাহসেৰেই কীৰ্তিস্তম্ভ হ'ল— ১৯৫০ চনত তেখেতে সম্পাদনা কৰি প্ৰকাশ কৰা অঙ্কাৱলী। শ্ৰীশংকৰদেৱ, শ্ৰীমাধৱদেৱ, গোপাল আতা, ৰামচৰণ ঠাকুৰ আৰু দৈত্যাৰি ঠাকুৰৰ ৰচিত মুঠ এঘাৰখন নাটৰ বাবে আঠচল্লিছখন সাঁচিপতীয়া আৰু তুলাপতীয়া পুথি, চাৰিখন ছপা পুথি আৰু বৰপেটা আৰু নগাওঁ-উলুবাৰী সত্ৰৰ ডেকা অধিকাৰৰ পৰা পোৱা ছয়খন নকল বহীৰ সহায়ত সম্পাদনা কৰি পাঠান্তৰ সহ প্ৰকাশ কৰা এই অঙ্কাৱলী খনেই হৈছে 'অসমীয়া পাঠ-সমীক্ষাৰ প্ৰাথমিক পদক্ষেপ'। অঙ্কাৱলীৰ সবাতকৈ উল্লেখযোগ্য কথাটি হ'ল— অঙ্কীয়া নাটৰ আঁতি-গুৰি আৰু উৎপত্তি-বিচাৰেৰে ইয়াৰ লগত সংযোগ কৰা একশ বাৰ পিঠীয়া

ইংৰাজী ভূমিকাখনি। মেধিদেৱৰ পাছত অংকীয়া নাটৰ বিষয়ে নানা আলোচনা-বিলোচনা হৈছে; গৱেষণাও চলিছে; কিন্তু আজিৰে-পৰা ত্ৰিছ বছৰৰ আগতে ইয়াৰ উৎপত্তি আৰু বিকাশ সম্পৰ্কে তেখেতে যিবোৰ মন্তব্য দি গৈছে, সেইবোৰ আজিও অধিকৃত হৈয়েই ৰৈ আছে।

অসমীয়া ভাষাতত্ত্বৰ চৰ্চ্চা আৰু গৱেষণাৰ ক্ষেত্ৰত কালিৰাম মেধিৰ স্থান যথেষ্ট আগশাৰীত। ড০ বাণীকান্ত কাকতিৰ 'আছামিজ- ইট্‌ছ্ ফ'ৰমেচন্ এণ্ড ডেভল'পমেন্ট' নামৰ গৱেষণা গ্ৰন্থখনি প্ৰকাশ পোৱাৰ প্ৰায় পাঁচ বছৰৰ আগতেই প্ৰকাশিত মেধি ডাঙৰীয়াৰ অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্বও অসমীয়া ভাষাৰ উচ্চাৰণ বিধি, সন্ধি প্ৰকৰণ, স্বৰ-প্ৰকৃতি, লিঙ্গ, বচন, বিভক্তি, কাৰক আদিৰ পুংখানু পুংখ আৰু ঐতিহাসিক বিচাৰ-বিশ্লেষণৰ উপৰিও বৈদিক ভাষা, সংস্কৃত ভাষা, প্ৰাকৃত ভাষা, সেইবোৰৰ উৎপত্তি, বিকাশ আৰু বিস্তৃতিৰ বিষয়ে বহল আলোচনা দাঙি ধৰা হৈছে ; আৰু লগতে, অসমীয়া ভাষাৰ প্ৰাচীনত্বৰ ওপৰত গুৰুত্ব আৰোপ কৰি প্ৰাক্‌বৈদিক ভাষাৰ লগত ইয়াৰ যোগসূত্ৰ এটিও দেখুৱা হৈছে। গ্ৰন্থখনিৰ আন এটি উল্লেখযোগ্য দিশ হ'ল অসমীয়া ভাষাৰ আঁতি-গুৰি বিচাৰত ইয়াৰ অকল মান্য ৰূপটোৰে নহয়, বিভিন্ন উপভাষা সমূহৰো বিশ্লেষণাত্মক আলোচনা। কাৰণ, মেধি ডাঙৰীয়াৰ মতে, 'অসমীয়া ভাষাৰ মূল বাহিৰত নহয়, বিভিন্ন উপভাষা সমূহৰ মাজতে আছে।' কোৱা বাহুল্য যে কালিৰাম মেধিৰ পূৰ্বে আন কোনো ভাষাতাত্ত্বিকেই এনে দৃষ্টি ভঙ্গীৰে অসমীয়া ভাষাৰ চিন্তা-চৰ্চ্চাত প্ৰবৃত্ত হোৱা নাছিল; আৰু সেই ফালৰ পৰা বিচাৰ কৰিলে অকল অসমৰ ভাষাতাত্ত্বিক সকলৰ মাজতেই নহয়, সৰ্বভাৰতীয় ভাষাতত্ত্ববিদ সকলৰ মাজতো কালিৰাম মেধিৰ এখনি বিশিষ্ট আসন আছে।

আমি ইতিমধ্যে ইঙ্গিত দি আহিছোঁ যে কালিৰাম মেধি এটি যুগৰ সৃষ্টি। আমাৰ পুৰণি পৰিবেশ আৰু পাশ্চাত্য সভ্যতাৰ আকস্মিক সংঘাতৰ ফলত তেতিয়াৰ পৰাধীন অসমত যি এক নতুন জাগৰণে দেখা দিছিল— কালিৰাম মেধি হ'ল তাৰেই অন্যতম সৃষ্টি। আমাৰ বহুতৰে ধাৰণা (আৰু হয়তো হবৰে কথা) যে যিসকলে পুৰণি সাহিত্য চৰ্চ্চাত নিজকে প্ৰধান ভাৱে ব্যাপৃত ৰাখে তেওঁলোকৰ বেছিভাগেই হৈ পৰে অতীতমুখী আৰু বহু পৰিমাণে ৰক্ষণশীল। কিন্তু এই ধাৰণা যে সম্পূৰ্ণ শুদ্ধ নহয়—মেধি ডাঙৰীয়াৰ জীৱনেই তাৰ উজ্জ্বল প্ৰমাণ। ৰামদিয়া সত্ৰৰ মেধিৰ ঘৰৰ ল'ৰা, তেখেত সত্ৰীয়া পৰিবেশত হৈছে ডাঙৰ দীঘল, বৈষ্ণৱ সাহিত্য তেখেতৰ প্ৰাণৰ বস্তু অথচ তেনে জনা ব্যক্তিয়ে প্ৰকাশ্যভাৱে ঘোষণা কৰিছিল ঃ "সকলো বিষয়তে পুৰণি আদৰ্শ লৈ থাকিলে নচলিব, ভাবময় ৰাজ্যত নাচি ফুৰিলেও নচলিব আৰু স্বপ্ন ৰাজ্যত সোণৰ স্বপ্নত ভোল গ'লে নহ'ব।"[৪] লগতে, তেখেতে এই কথাও ব্যক্ত কৰিছিল ঃ "সমাজৰ আৰু নিজৰ মঙ্গলৰ নিমিত্তে যিসকল নিয়ম আচৰণ কৰা যায়, সিসবেই নীতি। সমাজৰ

মঙ্গল মানেই শান্তি আৰু তাৰ অংগ-প্ৰত্যঙ্গৰ ৰক্ষণ। এই দুটা বজাই থাকিলেই সমাজৰ মানুহে মহৎ জীৱন লাভ কৰিব পাৰে।"[৫] গতিকে বৰ্ত্তমান আমাৰ যি সকল প্ৰগতিশীল লেখকে আগৰচাম লেখকক সততে ৰক্ষণশীলতাৰ অপৰাধত দোষী সাব্যস্ত কৰি তাচ্ছিল্যৰ ভাব দেখুৱাব বিচাৰে কালিৰাম মেধিৰ জীৱন সেই সকলৰ প্ৰতিও এক প্ৰত্যাহ্বান স্বৰূপ।

১। 'কালিৰাম মেধিৰ নিবন্ধাৱলী; কালিৰাম মেধি ৰচনাৱলী, ১৯৭৮, পৃ. ০.১২

২। কালিৰাম মেধি- সম্পাদিত প্ৰহ্লাদ চৰিত্ৰ (১৯১৩), 'পাতনি', পৃ. (ও) – (ঔ)

৩। 'পাঠ-সমীক্ষাৰ এক প্ৰাথমিক পদক্ষেপ : অঙ্কাৱলী', কালিৰাম মেধি স্মৃতিমাল্য, ১৯৭৮, পৃ. ১৩৪

৪। 'সভাপতিৰ অভিভাষণ' কালিৰাম মেধি ৰচনাৱলী, ১৯৭৯, পৃঃ ৮

৫। আসাম বান্ধৱ, ৬ষ্ঠ বছৰ ; ১২ শ সংখ্যা।

# হলিৰাম মেধি

প্ৰমোদ চন্দ্ৰ মেধি

হলিৰাম মেধিৰ পূৰ্বপুৰুষৰ নাম হ'ল চিন্তামণি আতৈ। তেওঁৰ পুত্ৰ পৰমানন্দ আতৈ। তেওঁৰ তিনিজন পুতেক ৰামপতি, জগতপতি আৰু কৃষ্ণপতি, এওলোক তিনিজনে মেধি উপাধি লয়। এই বংশতে হলিৰাম মেধিয়ে ১৮৫৩ চনৰ ১৭ এপ্ৰিল ৰবিবাৰে জন্ম গ্ৰহণ কৰে। দেউতাকৰ নাম ধনীৰাম মেধি আৰু মাকৰ নাম কাকুলী মেধি। হাজোৰ সকলো মানুহেই হয়গ্ৰীৱ মাধৱ মন্দিৰৰ সেৱাইত। এওঁলোকৰ সেৱা হ'ল, মন্দিৰত কেনেকৈ নৈবেদ্য সজাব লাগে তাক প্ৰদৰ্শন কৰা। হলিৰামৰ দেউতাকে জগন্নাথ সত্ৰ পৰিচালনা কৰিছিল বাবে তেওঁ বৈষ্ণৱ সংস্কৃতিৰ মাজতেই লালিত পালিত হৈছিল।

অসম তথা ভাৰতবৰ্ষত আধুনিক শিক্ষাৰ ইতিহাস বৰ প্ৰাচীন নহয়। ৰাজা ৰাম মোহন ৰায় আৰু ডেভিদ হেয়াৰৰ প্ৰচেষ্টাত ১৮১৭ চনত ভাৰতবৰ্ষত পাশ্চাত্য শিক্ষা প্ৰবৰ্ত্তনৰ কাৰণে কলিকতাত প্ৰথমখন কলেজ স্থাপন কৰা হৈছিল। ১৮২৬ চনত অসম ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনলৈ অহাত, অসমৰ প্ৰথম গৰাকী কমিচনাৰ ডেভিদস্কটে ১১ খন প্ৰাথমিক স্কুল অসমত স্থাপন কৰিছিল। অসমীয়া ভাষা বঙালীৰ অপভ্ৰংশ বুলি অনুভব কৰি স্কুল কেইখনৰ শিক্ষাৰ মাধ্যম বঙালী কৰিছিল। ইয়াৰে এখন স্কুল হাজোত স্থাপন কৰা হৈছিল। স্কুলখনৰ নাম আছিল "হাজো গৱৰ্ণমেন্ট বাঙ্গালা স্কুল।"

এই স্কুলৰ পৰাই হলিৰাম মেধিয়ে ১৮৭৯ চনত চাৰি টকা বৃত্তি লাভ কৰি ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হয়। পঢ়াৰ প্ৰতি তেওঁৰ ধাউতি আছিল অসীম, কিন্তু হাজো তথা হাজো অঞ্চলত কোনো ধৰণৰ উচ্চশিক্ষাৰ অনুষ্ঠান নথকাত হলিৰাম হতাশ হৈছিল। তেওঁৰ মনে পৰিস্থিতিৰ ওচৰত সেও মানিব খোজা নাছিল। গুৱাহাটীত অসমৰ একমাত্ৰ হাইস্কুল "কটন কলেজিয়েট" আছিল যদিও তাত পঢ়িলে ফিজ দিব লাগিছিল। স্কুলত ফিজ দি ল'ৰা পঢ়ুৱাৰ সামৰ্থ্য ও মানসিকতাও নাছিল দেউতাক ধনীৰামৰ। সেই সময়ত গৌৰীপুৰৰ "তাৰিণী প্ৰিয়া চতুষ্পাঠী" অসম আৰু বঙ্গৰ ভিতৰতে এখন লেখত লবলগীয়া শিক্ষানুষ্ঠান আছিল। গৌৰীপুৰৰ জমিদাৰ পৰিয়ালৰ পৃষ্ঠপোষকতাত

এই অনুষ্ঠানটো গঢ় লৈ উঠিছিল। জমিদাৰ পৰিয়ালেই ছাত্ৰসকলৰ থকা খোৱা খৰচ বহন কৰিছিল। হলিৰাম মেধিয়ে গৌৰীপুৰলৈ যোৱাৰ ইচ্ছা মাক দেউতাকক জনালে। মাক দেউতাকে ল'ৰাৰ কথা শুনি হতভম্ব হ'ল। ৰাস্তা ঘাট নাই, যান-বাহন নাই, বাটত বাঘ ভালুকৰ ভয়, তেওঁলোকে কেনেকৈ হলিৰামক গৌৰীপুৰলৈ যাব দিয়ে। মাকে ক'লে "বোপা, হাবাঙত লোণ সস্তা দেহাৰ বা কি অৱস্থা। তুমি ইমান পঢ়া শুনা কৰিলা, আৰুনো কিয় ইমান দূৰলৈ যাব লাগে।" মাক দেউতাকৰ কথা শুনি হলিৰাম হতাশ হ'ল যদিও মনটো নদমিল। গাঁৱৰে সেহৰাম কুমাৰ আৰু কলাভোগ কোঁচ নামৰ দুজন বন্ধুক লগত লৈ ঘৰৰ পৰা পলাই গ'ল। তেওঁ কিন্তু গৌৰীপুৰ গৈ নাপালে, কিবা অসুবিধাত পৰি গোৱালপাৰাৰ পৰাই উভতি আহিবলৈ বাধ্য হ'ল।

সেই সময়ত গুৱাহাটীত এখন নৰ্মাল স্কুল আছিল আৰু তাৰ প্ৰধান শিক্ষক আছিল গোবিন্দ চন্দ্ৰ বসাক। তেওঁৰ পিছত প্ৰধান শিক্ষক হয় বিপিন বিহাৰী দাস, এম, এ। ১৮৭২ চনত তেওঁ এই স্কুলত ভৰ্ত্তি হয় আৰু ১৮৭৬ চনত নৰ্মাল স্কুলৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হয়। ১৮৭৭ চনৰ ১৪ এপ্ৰিল তাৰিখে তেওঁ নৰ্মাল স্কুলৰ শিক্ষক পদত যোগ দিয়ে। এই বছৰতে তেওঁ হাজোৰ জয়দত্ত ভৰালীৰ কন্যা থানেশ্বৰীৰ সৈতে বিবাহ পাশত আবদ্ধ হয়। সেই সময়ত তেওঁ হাজোৰ পৰা গুৱাহাটীলৈ খোজকাঢ়ি অহাযোৱা কৰিছিল। কিমান খোজ কেনেভাবে দিলে একমাইল যাব পাৰি তাৰ হিচাপ তেওঁৰ দিনলিপিত এই দৰে উল্লেখ কৰিছে — "দ্ৰুতবেগে (কুইকমাৰ্চত) গলে ২১৬০ কদম বা খোজত এক মাইল হয়। এক মাইল ঐ বেগে গ'লে ১৭ মিনিট লাগে। ডবলমাৰ্চ অৰ্থাৎ দৌৰি গলে ১৮৬৪ কদম বা খোজত এক মাইল হয়।"

চৰকাৰে যেনেকৈ হলিৰাম মেধিক গুৰুত্ব দিছিল, ঠিক সেইদৰে জনসাধাৰণেও তেওঁক সন্মান আৰু শ্ৰদ্ধা কৰাৰ লগতে আপোন জ্ঞান কৰিছিল। ১৯১১ চনত তেওঁ চাকৰিৰ পৰা অৱসৰ লয়। অৱসৰৰ পিছত তেওঁ বিভিন্ন জনহিতকৰ কামত জড়িত হৈছিল। ১৯১২ চনত প্ৰথমবাৰৰ কাৰণে মাধৱ দেৱালয় পৰিচালনা সমিতিত ৰাইজৰ নিৰ্বাচিত প্ৰতিনিধি অন্তৰ্ভূক্ত কৰা হয়। হলিৰাম মেধি এই কমিটিৰ প্ৰথম ৰাইজৰ নিৰ্বাচিত প্ৰতিনিধি ।এই কমিটিৰ উল্লেখযোগ্য কীৰ্ত্তি হল "বৰাহ কুণ্ড তীৰ্থ" উদ্ধাৰ। এই বিষয়ে তেওঁ দিনলিপিত এইদৰে উল্লেখ কৰিছে — "বৰাহকুণ্ড তীৰ্থ উদ্ধাৰাৰ্থে হাজো দেৱালয় ম্যানেজিং কমিটিয়ে দেৱালয় ফাণ্ডৰ পৰা ১৫০০ টকা আৰু লোকেলবোৰ্ডৰ পৰা কিছু টকা লৈ হাজো সোঁতা নদীত বান্ধ বান্ধি বৰাহকুণ্ডত পানী পেলাই দিয়া হয়।"

তেওঁ Honourary Megistrate হিচাপেও কাৰ্য্যনিৰ্বাহ কৰিছিল। চৰকাৰী ভাবে তেওঁক Honourary Megistrate ঘোষণা কৰিছিল নে নাই, সেইটো নিশ্চিতভাবে জনা নাযায় যদিও তেওঁক কেইবাটাও মোকৰ্দ্দমাৰ তদন্ত কৰি Report দিবলৈ দুৰ্গেশ্বৰ শৰ্মা হাকিম হৈ থাকোতে অনুৰোধ কৰিছিল। তেনেকুৱা দুটা মোকৰ্দ্দমা আমি ইয়াত

উল্লেখ কৰিলো। এটা হ'ল – "হাজো নিবাসী গোচৰীয়া জয়পুৰীয়া দাস আৰু পদকীয়া বলীৰাম শাউৰ ১৭ নং ফৌজদাৰী মোকৰ্দ্দমা।" আন এটা হ'ল – কুলহাটী গাওঁ নিবাসী গোচৰীয়া শ্ৰীমতী ভেকুলী কেওতনী ও তথা নিবাসী পদকীয়া শ্ৰীমতী দ্বিপেৰী কেওটনী, শ্ৰীমতী জন্মি কেওতনী আৰু শ্ৰীমতী অপতি কেওতনীৰ ২৮৫/১৭ নং ফৌজদাৰী মোকৰ্দ্দমা। ১৯২৯ চনত তেওঁ স্বৰ্গগামী হয়।

হলিৰাম মেধিয়ে শিক্ষকতাতে সীমাবদ্ধ থকা নাছিল। সাহিত্য চৰ্চা, পাঠ্যপুথি ৰচনা, সম্পাদনা আৰু প্ৰাচীন পুথি সংগ্ৰহ কৰি তেওঁ অসমীয়া সমাজৰ সেৱা কৰি গৈছে। তেওঁৰ উল্লেখযোগ্য সাহিত্য কৃতি হ'ল বৰপেটাৰ মল্ল নাৰায়ণ দাসৰ সৈতে সম্পাদনা কৰা ৭৬৮ পৃষ্ঠাৰ সুবৃহৎ গ্ৰন্থ "হৰি প্ৰসঙ্গ"। এই পুথিখন ১৯১২ চনত প্ৰকাশ পায়। মেধিদেৱৰ প্ৰকাশিত আন গ্ৰন্থৰ সংখ্যা তিনিখন, ইয়াৰে দুখন পাঠ্যপুথি পৰিমিতি (১৮৮৩ চন) সহজ পৰিমিতি (১৮৮৫), আনখন বিয়াগীতৰ পুথি 'শ্ৰীকৃষ্ণ ৰুক্মিনীৰ বিবাহ" (১৮৯৪)। প্ৰথমখন পৰিমিতি ছপোৱাৰ ক্ষেত্ৰত তেওঁৰ দিনলিপিত এইদৰে উল্লেখ কৰিছে – "অসমৰ চিফ কমিচনাৰ চাহাবৰ আদেশে স্কুল ইনস্পেক্টৰ চাহাবে পৰিমিতিখন ছপাবলৈ নং ৪৯৬৬ চিঠি যোগে ৫০ টকা সাহায্য দিয়াৰ কথা জনায়।" এই পৰিমিতিখন নগাওঁ অসম ভেলি টেক্সবুক কমিটিয়ে পাঠ্যপুথি হিচাপে মঞ্জুৰ কৰে।

হৰিপ্ৰসঙ্গৰ পাতনিত তেখেতে লিখিছে – "মহাপুৰুষ অবলম্বিত নিৰ্দ্দিষ্ট নামকীৰ্ত্তন পদ্ধতি বিশুদ্ধৰূপে এই পুথিত এনেকৈ লিপিবদ্ধ কৰা হ'ল যেন বিনা শিক্ষকে প্ৰসঙ্গ কৰিবলৈ সৰ্ব্বসাধাৰণৰ উজু হয়। মহাপুৰুষীয়া ধৰ্মৰ যিমান সাৰ ও মুখ্যশাস্ত্ৰ আছে যথা ঃ- গীতা, ভাগৱত, দশম, কীৰ্ত্তন, নামঘোষা, ৰত্নাৱলী, ৰত্নাকৰ, নৱসিদ্ধ, নামমালিকা, ভক্তিপ্ৰদীপ, ৰাজসূয়, জন্মৰহস্য, ৰামায়ণ, গুণমালা, ভটিমা, পুৱাৰগীত, ৰাসগীত, অঙ্ক বড়গীত ইত্যাদি সমস্ত পুথিৰে সাৰ ভাগ, একে ঠাইতে যেন পাব পাৰে, চৈধ্যটি প্ৰসঙ্গ কৰিবলৈ যেন আন কোনো পুথি বিচাৰিব নালাগে এনে ভাবে আজি ৯/১০ বছৰ পৰিশ্ৰম কৰি পুথিখন সংগ্ৰহ কৰা হৈছে।" তেখেতৰ পাণ্ডিত্য আৰু অধ্যয়ন পুষ্ট মনৰ পৰিচয় পাবলৈ এয়া যথেষ্ট।

হিন্দু ধৰ্মৰ জাতিভেদ প্ৰথা সেইকালত কিমান উৎকট আছিল সেই কথা আজিৰ চাম লোকে বুজিবলৈ টান পাব। শ্ৰীমন্ত শংকৰদেৱৰ প্ৰভাৱত অসমত কিছু লোপ পাইছিল যদিও সমগ্ৰ ভাৰতবৰ্ষত গান্ধীজীয়ে স্বাধীনতা আন্দোলনত যোগ দিয়াৰ আগলৈকে এই সমস্যা এটা সামাজিক ব্যাধি স্বৰূপ আছিল। কিন্তু এই সমস্যাৰ ক্ষেত্ৰত মেধি ডাঙৰীয়াৰ দৃষ্টিভঙ্গী কিমান উদাৰ আছিল তেওঁৰ এই মন্তব্যৰ পৰা বুজিব পাৰি "জাতি কেতিয়াও পূজনীয় নহয়, গুণেই কল্যাণজনক। চণ্ডালও যদি বস্তু অৰ্থাৎ গুৰুপূজা দয়া, শৌচ, সত্য ও কল্যাণজনক বেদবিহিত আচাৰাদিত প্ৰবৃত্তি আদি ব্ৰাহ্মণ লক্ষণযুক্ত হয় তেওঁকে দেৱতা সকলে ব্ৰাহ্মণ বুলি জানে।" (পৃষ্ঠা ৬)

সেই সময়ত কিছুসংখ্যক বঙালীয়ে প্ৰচাৰ কৰিছিল যে শ্ৰীমন্ত শংকৰদেৱ চৈতন্যদেৱৰ শিষ্য আৰু চৈতন্যদেৱৰ পৰা ধৰ্ম আনি শংকৰদেৱে অসমত প্ৰচাৰ কৰিছিল। এই ধাৰণাৰ উত্তৰত তেখেতে লিখিছে "কোনো কোনো বঙ্গালী ভদ্ৰলোকে অনুমানতে স্বদেশত গৌৰৱ বঢ়াবৰ স্পৃহাতে শ্ৰীশঙ্কৰদেৱক শ্ৰীচৈতন্যদেৱৰ শিষ্য আৰু চৈতন্যদেৱৰ পৰা ধৰ্ম আনি অসমত প্ৰচাৰ কৰা বুলি ভিত্তিহীন কথা লেখি ঐতিহাসিক কথাৰ অপলাপ কৰিছে আৰু যুক্তি ও প্ৰমাণ বিহীন অসঙ্গত কথা লিখি লোকৰ ভ্ৰান্তি জন্মাইছে।" এই ধাৰণাৰ উত্তৰত তেওঁ 'হৰিপ্ৰসঙ্গৰ' পাতনিতে প্ৰমাণ দাঙি ধৰি দেখুৱাইছে যে এই ধাৰণা সম্পূৰ্ণ ভিত্তিহীন। হিন্দুধৰ্মত থকা ভিন্ন মতৰ ক্ষেত্ৰত তেওঁৰ দৃষ্টিভঙ্গী এনেদৰে প্ৰকাশ কৰিছে – "যদি সকলো মহাত্মাই ঈশ্বৰৰ অংশ, তেনেহলে একে প্ৰকাৰ ধৰ্ম প্ৰচাৰ নকৰি নানা শাখা ও সম্প্ৰদায় ভেদ কিয় কৰিলে। একজনৰ মত সত্য বা বিশুদ্ধ বুলিলে আন জনৰ মত ভিন্ন হোৱাত অসত্য বা অবিশুদ্ধ বুলিব লগা হয়। অসত্য বা অবিশুদ্ধ মত প্ৰচাৰকক কেনেকৈ ঈশ্বৰ বোলা যায়। এই সংশয় ভঞ্জন কৰিবলৈ কব লাগিলে বস্তুতঃ কোনো শাখা বা সম্প্ৰদায়ৰ মতেই একেবাৰে অসত্য নহয়। সকলো পন্থাতে সত্য বস্তু আছে, হিন্দুধৰ্মৰ কোনো শাখাই নিস্ফল নহয়। মূৰ্ত্তিপূজা সম্বন্ধে তেখেতে লিখিছে – "যদি মনঃ কল্পিত মূৰ্ত্তিয়ে মনুষ্যক মুক্তি দিব পাৰে, তেনেহলে সপোনত পোৱা ৰাজ্যতও লোকে ৰজা হব পাৰে। মাটি, শিল, ধাতু আৰু কাঠৰ মূৰ্তিত ঈশ্বৰ বুদ্ধিতে যিবিলাকে উপাসনা কৰে, সিবিলাকে বৃথা কষ্ট পায়। কাৰণ জ্ঞান বিনা কেতিয়াও মুক্তি পাব নোৱাৰে।" শেষত তেওঁ লিখিছে, "অনেক চেষ্টা কৰিও পুথিখন সৰু কৰিব নোৱাৰিলো, পাতনি আদি সৈতে ৭৬৮ পৃষ্ঠা হ'ল। যিমান পুথি একে ঠাইতে সংগ্ৰহ হৈছে, তাৰ দাম ৫ টকাৰ কম নহয়। কিন্তু সৰ্বসাধাৰণৰ সুলভ কৰিবলৈ ও পৰমধৰ্ম সুপ্ৰচাৰৰ নিমিত্তে সাধ্যমতে ক্ষতি স্বীকাৰ কৰি ২১০ (দুটকা চাৰি অনা) দাম স্থিৰ কৰা হ'ল।"

এই গ্ৰন্থখনৰ ২য় সংস্কৰণ প্ৰকাশ পোৱা নাই। কিতাপখন বৰ্ত্তমানদুৰ্লভ হৈ পৰা বাবে অসম সাহিত্য সভাৰ হাজো অধিবেশনৰ প্ৰকাশন উপ-সমিতিৰ জৰিয়তে পুনৰ প্ৰকাশ কৰাৰ আবেদন জনাই, হাজো, ৰামদিয়া অঞ্চলৰ সত্ৰ-নামঘৰসমূহৰ বহুসংখ্যক কৰ্মকৰ্ত্তাই আবেদন জনাইছিল। বিভিন্ন অসুবিধাৰ কাৰণে এই মহৎ কামটো কৰিব পৰা নহ'ল। আমি আশা ৰাখিছো কোনো সদাশয় ব্যক্তি বা প্ৰকাশন গোষ্ঠী আগবাঢ়ি আহি এই কামটি অদূৰ ভবিষ্যতে সম্পাদন কৰি সত্ৰ সংস্কৃতিলৈ অৰিহণা যোগাব।

◆◆◆

# বিষয় চন্দ্ৰ বিশ্বাসী

পৰমানন্দ দাস

উনৈশ শতিকাৰ শেষৰ ভাগ আৰু কুৰি শতিকাৰ আদি ভাগত যি কেইজন কবি সাহিত্যিকৰ জন্ম হৈছিল তাৰে ভিতৰত বিষয় চন্দ্ৰ বিশ্বাসীও এজন। উনৈশ শতিকাৰ শেষৰ ভাগত আৰু কুৰি শতিকাৰ আদি ভাগত স্বৰ্গীয় বিষয় চন্দ্ৰ বিশ্বাসী এজন কবি আৰু শিশুসাহিত্যৰ বাট-কটীয়াৰূপে আত্মপ্ৰকাশ কৰিছিল। আজি মানুহে হয়তো বিশ্বাসী কোন আছিল, কেতিয়া আৰু কি সাহিত্য ৰচনা কৰিছিল নাজানিব। কিয়নো বিশ্বাসীদেৱৰ মৃত্যুৰ পিচত তেখেতৰ ৰচিত পুথি সমূহ পুনৰ মুদ্ৰণ নোহোৱা বাবে আৰু পৰিয়ালৰ আৰ্থিক অৱস্থা টনকিয়াল নাছিল বাবে তেখেতৰ পৰিচয় হেৰাই যোৱাৰ দৰে হৈছে। কিন্তু পুৰণি চাম মানুহে আজিও তেখেতৰ কবিতা মুখস্থ মতা শুনা যায়। তেখেতৰ ৰচিত পুথি দুই এখন হয়তো পুৰণি মানুহৰ ঘৰৰ ধোৱা চাঙত এতিয়াও আছে।

বিশ্বাসী আছিল কবি আৰু প্ৰধানকৈ শিশুসকলৰ বাবে লিখক। সেয়ে তেখেতক শিশুসাহিত্যৰ বাটক টীয়া বুলিছিল। তেখেতৰ ৰচিত শিশু-পাঠ প্ৰথম ভাগৰ পৰা অষ্টম ভাগলৈ প্ৰকাশ পাইছিল।

শিশুপাঠ প্ৰথম ভাগত বিশ্বাসীদেৱে ছবিৰ সহায়ত বৰ্ণমালা, আখৰ জোটনি, শব্দ, বাক্য ৰচনা আদি শিশু ছাত্ৰ সকলে সহজে বুজি পোৱা আৰু মনোগ্ৰাহীকৈ ৰচনা কৰিছিল। শিশুপাঠ প্ৰথম ভাগত শিশুসকলক ৰাতি পুৱাৰ বৰ্ণনা এনেদৰে দিছে— "নিশা শেষ হ'ল, পুবৰপিনে পোহৰহৈ আহিল। ফেঁচাই উৰুলি দি গছৰ খোৰোঙত গৈ সোমাল। চৰাইবোৰে নানা চেঁৱে গান গাই আহাৰ বিচাৰি উৰি গ'ল। ৰিব্ ৰিব্ কৈ জুৰ বতাহ বলিব ধৰিলে। ফুলনিত ফুলৰ কলিবোৰ ফুলি উঠিল। ভোমোৰা বোৰেও উৰি আহি ফুলৰ মৌ চুহিব ধৰিলে। মৰমৰ সোণাই! এতিয়া আৰু শুই নাথাকিবা। ঢাৰি -পাতি এৰি উঠা হাত মুখ ধোৱা।

শৰীৰবোধ পাঠটোত কবিতাৰ দ্বাৰা তেখেতে এইদৰে প্ৰকাশ কৰিছে—

এই দুই ভৰি মোৰ লৰিব চৰিব।<br>
এই দুই হাত মোৰ কৰিব ধৰিব।।

এই দুই কাণে কথা শুনে মানুহৰ।
এই নাকে গোন্ধলয় বেয়া কি ভালৰ।।
এই দুই চকুৱে সকলো দেখা পায়।
এই ওঠে সকলো আহাৰ তুলি খায়।।

...................................................

কোৱাচো কোনে দিলে এই সমুদায়।।
সকলো গৰাকী নাম ভগবান তাৰ
আহা আমি তুতি নতি জনাওঁ আমাৰ।।

এই পদ্যটিৰ দ্বাৰা কণ কণ বিদ্যার্থীসকলক শৰীৰৰ অঙ্গ প্ৰত্যঙ্গবোৰৰ নাম আৰু ব্যৱহাৰৰ কথা বুজাইছে।

তেখেতৰ নীতি পাঠ পাঠত শিশুসকলক কৈছে— যি পাঠ পঢ়িলে সজ কথা শিকিব পাৰি তাৰ নাম নীতিপাঠ। এই পাঠত শিশুসকলক বুজাইছে যে "জনম দিওতা পিতৃ-মাতৃ পৰম পূজনীয়। পিতৃ-মাতৃ ল'ৰা- ছোৱালীৰ মহাগুৰু। পঢ়াশালিত যি জনে পাঠ পঢ়ায় তেওঁক গুৰু বা ওজাদেৱ বোলে।" এইদৰে নীতি পাঠৰ দ্বাৰা জ্ঞানৰ শিক্ষা দিছে।

বাৰমাহী কবিতাটিত কিমান দিনত এমাহ, কিমান মাহত এবছৰ আৰু কোন মাহত কি কৰিব লাগে তাৰো ছবি দাঙি ধৰিছে-

"আহাৰত খেতিয়কে মাটি বোকা কৰে।
শাওনত শালি গোছ কৰ্বলৈ ধৰে।।

শিশুপাঠ দ্বিতীয় ভাগখনত তেখেতৰ মৰমৰ কন্যা হেমলতাৰ হাতত অৰ্পণ কৰি এইদৰে লিখিছে—

দশপুত্ৰ সমকন্যা ভাবি তোমাকেই
হেমলতা! তোমাৰ হাতত।
লিখি ই দ্বিতীয় ভাগ
দিলো আজি সপি
লোৱা দ্বিধা নকৰি মনত।।

শিশুপাঠ দ্বিতীয় ভাগ খনত সংযুক্ত বানান আৰু বাক্যৰচনাবোৰ অতি সৰলভাবে লিখিছে। ঠ + য্ (্য) ঠ্য = পাঠ্য, সুপাঠ্য। ভাল পুথি সকলোৱে পাঠ্য। বিদ্যা আৰু ধন সকলোৱে কাম্য। ৰ্ + ম্ + য = ৰ্ম্য - হৰ্ম্য - চূণ্ চুকৰি, ইটা শিল বালিৰে সজা ঘৰক

হৰ্ম্য বোলে। আজি কালি - হৰ্ম্য শব্দ ছাত্ৰ-ছাত্ৰীয়ে বুজি নাপাব। অট্টালিকা বা বিল্ডিং বুলিলেহে পকা ঘৰ বুলি বুজি পায়। কাৰণ আজিকালি অন্য ভাষাৰ শব্দবোৰ অসমীয়া ভাষাত সংযোগ কৰিব ধৰিছে।

কবিয়ে তেখেতৰ পুত্ৰ বিপিন আৰু কন্যা হেমলতাৰ অকাল মৃত্যুত শোকাৰ্ত হৃদয়েৰে এটি কবিতা লিখিছে-

প্ৰিয়পোণা 'বিপিন' আৰু আজলী "হেমা" লক্ষ্মীৰূপী তুমি
জননী দুৰ্ভগা বিষয়ৰ সংসাৰত
মানবী আকাৰে চাই ললা মৰ্ত্যভূমি।।
হেৰুবালা অকালতে ফুল জ্যোতিষ্কাৰ
ককাই ভনীটি হালে সুশোভিত ডাল।
.................................................
উজলায় দশোদিশ দ্বীপ্তি প্ৰভাৱত
যোৱা স্বৰূপৰ বস্তু হৈ স্বৰূপ ভূমিত।।

তেখেতে দ্বিতীয় ভাগখনৰ সমাপনি গীতৰ দ্বাৰা ছাত্ৰ-ছাত্ৰীসকলক উপদেশ দিছে এইদৰে-

আহা সবে মিলি পঢ়া শেষ কৰি
সুৰতে সুৰ মিলাই।
যাওঁ ঘৰলৈ শাৰী ধৰি ধৰি
উলাহ সঙ্গীত গাই।।
............................................
............................................
নকৰি পৰৰ বস্তুলৈ লোভ
অলপতে তুষ্ট হৈ।
জনাম আমাৰ ভকতি মিনতি
সৰজা গৰাকীলৈ।

কবিয়ে তেখেতৰ পাঠৰ মাধ্যমেৰে ছাত্ৰ-ছাত্ৰীসকলক সদায় সজ কথা, সৎ বাক্য, সৎ ব্যৱহাৰ আদি শিকাইছে। শিশু পাঠ ৩য় ভাগৰ পৰা ৮ম ভাগলৈ এই খণ্ডবোৰ (ভাগবোৰ) পাবলৈ নাই। সেয়েহে একো লিখিব পৰা নহ'ল।

কবি বিশ্বাসীদেৱে একুৰি ছয়খন পাঠ্যপুথি, কাব্য, আৰু গদ্যৰ পুথি ৰচনা কৰিছিল। তাৰোপৰি দুখন পুথি সম্পাদনা কৰিছিল। এখন ধাৰাপাত ৰচনা কৰিছিল। পাঠ্য পুথি

কেইখন হ'ল শিশুপাঠ ১ ম ভাগৰ পৰা ৮ ম ভাগলৈ। সোণতৰা, পদ্যাবলী, নক্সা, কাব্যহাৰ, কাব্যলতা, কবিতা আদি কবিতাৰ পুথি। শান্তি, জিৰণি, সাহিত্য সোপান, জেউতি, আবেগ, জিলিকনি, আভাষ, জ্ঞানমালিনী আদি গদ্যৰ পুথি। সৰল গণনা (ধাৰাপাত) খনত অঙ্ক আৰু সংখ্যাৰ পুথি। তেখেতৰ সম্পাদিত পুথি হ'ল দুৰ্গাবৰী আৰু মণিকূট। মণিকূট পুথিখনত হাজোৰ তীৰ্থস্থান হয়গ্ৰীৱ মাধৱ দেৱালয়ৰ বৰ্ণনা কৰিছে। মণিকূট পুথিখন (কাব্যৰপুথি) পঢ়িলে হাজোৰ ইতিবৃত্ত বহলকৈ পোৱা যায়।

দুৰ্গাবৰী পুথিখনত (গীতৰামায়ণ) ৰামায়ণৰ অৰণ্যকাণ্ড কিষ্কিন্ধাকাণ্ড, সুন্দৰাকাণ্ড, লঙ্কাকাণ্ড, আৰু উত্তৰা কাণ্ডৰ পদ সমূহ অসমীয়া ভাষাত কবি দুৰ্গাবৰৰ ৰচনা সমূহ গোটাই সম্পাদনা কৰিছিল বিশ্বাসীদেৱে। ইয়াৰ পদ সমূহ গীতৰ সুৰত হাজোৰ সেই সময়ৰ কেইবাজনো গায়কে গাইছিল। আজি হাজো অঞ্চলত দুৰ্গাবৰী গীত গোৱা গায়ক নাই বুলিলেই হয়। যদিও আমি দেখিবলৈ পাইছিলো স্বৰ্গীয় ললিত চন্দ্ৰ বৈশ্য, স্বৰ্গীয় ৰজত চন্দ্ৰ দত্ত, স্বৰ্গীয় দেবেন্দ্ৰ বৈশ্য, স্বৰ্গীয় সমীন্দ্ৰ মালাকৰ আৰু স্বৰ্গীয় নৰেন্দ্ৰ মালাকৰ আদি। তেখেতসকলে দুৰ্গাবৰীত বান্ধি দিয়া সুৰ বিলাক যেনে বেলোৱাৰ, চালনি, ধনশ্ৰী, দেৱমোহন, আকাশ মণ্ডলি বড়াৰি, গুঞ্জৰি, মঞ্জৰী অহিৰ, ভাটিৱালী, বসন্ত, সুৱাই, ৰামগিৰি আদি সুৰ আৰোপ কৰি দুৰ্গাবৰীৰ পদ সমূহ গাইছিল।

ড০ মহেশ্বৰ নেওগ মহোদয়ে বিশ্বাসী সম্পাদনা কৰা দুৰ্গাবৰী পুথিখনৰ কথা তেখেতৰ অসমীয়া সাহিত্যৰ ৰূপৰেখা পুথিখনত উল্লেখ কৰিছে।

দুৰ্গাবৰীৰ অৰণ্য কাণ্ডত এইদৰে বৰ্ণনা আছে-

অযোধ্যা কাণ্ডৰ কথা ভৈলা সমাপতি।
অৰণ্যকাণ্ডৰ কথা শুনিয়ো সম্প্ৰতি।।
পিতৃ সত্য পালি প্ৰভু গৈলা অৰণ্যত।

.................................

.................................

আলিঙ্গন দান কৰি স্বয়ং হৃষীকেশ
ভৰতক আশ্বাসিয়া পঠাইলা দেশ।।

এইদৰে দুৰ্গাবৰী পুথিখনৰ পাঁচোটা কাণ্ড অতি শুৱলা সুৰত পদ সমূহ গায় মনোমুগ্ধ কৰে। বিশ্বাসীদেৱৰ সম্পাদিত এইদুখন মণিকূট আৰু দুৰ্গাবৰী পুথি অতি মূল্যবান গ্ৰন্থ।

পদ্যাবলী- বিশ্বাসীদেৱে পয়ত্রিশটা কবিতাৰে পদ্যাবলীখন ৰচনা কৰিছে। কবিয়ে সৰু বস্তু কবিতাটিত এই দৰে বৰ্ণনা কৰিছে-

ক্ষুদ্রাদপি ক্ষুদ্র তৃণ বিৰচিত

বজ্জুগুণ প্ৰভাৱত।

বান্ধি বনৰীয়া মদমত্ত গজো

সাধো কাম সংসাৰত।।

..............................

নগণ্য একোটি অগ্নি স্ফুলিঙ্গতে

মহা অগ্নি প্ৰজলিত।।

এই কবিতাটিৰ মাজেৰে কোনো বস্তু বা কোনো মানুহক সৰু বুলি ভাবিব নালাগে বুলি বুজাইছে।

শৰত নামৰ কবিতাটিত শৰত কালৰ বৰ্ণনা দিয়াৰ উপৰিও তেখেতৰ ছন্দময় শব্দৰ প্ৰয়োগ মন কৰিবলগীয়া।

বাৰিষাৰ শেষে চোৱা সুখৰ শৰত।
পিন্ধি উৰি দিলে দেখা জগত পটত।।
আকাশ ডাৱৰ হীন দিক সুবিমল।
মোহন সুৰভি হ'ল সকলো ধৱল।।

..............................

..............................

প্ৰকৃতিৰ অপৰূপ শোভা মনোময়।
দৰশন কৰি হওঁ আকুল হৃদয়।।

সৰল, সহজ শব্দৰ দ্বাৰা কবিয়ে সুবলা ছন্দত শৰতৰ বৰ্ণনা কৰিছে লগতে বিশ্বপিতা ভগবানৰ সৃষ্টিৰ মহিমা বখানিছে। "মগনীয়া" কবিতাটিত কবিৰ নিজৰ সৰল অন্তৰ আৰু আনৰ দুখত দুখীত হোৱা, আতুৰ জনক সহায় কৰা আদি প্ৰকাশ কৰি ৰচনা কৰিছে।

দয়ালু কৃষকে শুনি ই প্ৰাৰ্থনা-

আহি আথে বেথে কৈ।

মেলিয়ে দুৱাৰ এই আতুৰক

নিলে জুই কাষলৈ।।

বিষয়ী কবিতাটিত কৈছে—

ঐহিক সম্পদ ক্ষন্তেক দেখোতে
তাৰ কোনো মূল্য নাই।
ইয়াৰ লগত ফুৰিলে কেৱল
সন্তাপৰ ভাগ পায়।।

............................

............................

মৰিও অমৰ সেই জনা নৰ
যাৰ কীৰ্ত্তি জগজ্জন।
গায় সংসাৰত প্ৰেম ভক্তিভাবে
কৰি সদা সোঁৱৰণ।।

কবিয়ে পদ্যাবলীৰ কবিতাৰ মাজেৰে সদায় সৎ কামত, সৎপথত, থাকি ঈশ্বৰত বিশ্বাস ৰাখি সদভাবেৰে আগবাঢ়িবলৈ উপদেশ দিছে।

"নক্সা" কবিৰ এখন বৰ্ণনামূলক কবিতাৰ পুথি।

নক্সা মন্দিৰ বিশ্ব সংসাৰ
নক্সা খনিকৰ বিশ্বেশ্বৰ।।
নক্সা আজি সকলো আমি
নক্সা সাজিছো সি হাতৰ।।
নক্সাই নক্সাই আহিছো গৈছো-
নক্সাৰ কোনে পায় হিচাব পৰ।
নক্সাৰ ভাবেৰে নক্সা কৰি
নক্সা ওলাল সমাজৰ।।

এই কবিতাৰ পুথিখন কবিয়ে ১৯২২ চনত কলিকতাত থকা সময়ত ৰচনা কৰা। নক্‌সাৰ জৰিয়তে কবিয়ে মানুহ, পশু-পক্ষীৰ স্বভাব, কিছুমান ডাঙৰ চহৰৰ বিৱৰণ, অসমীয়া মানুহৰ উদাৰতা আদি প্ৰকাশ কৰিছে। হাজোৰ মাধৱ আদি পঞ্চদেৱালয়ৰ (মধ্যযুগ ১৩৩০ চনলৈ অসমীয়া) বিৱৰণ পদ্য আকাৰে নক্সাত বৰ্ণনা কৰিছে।

হিন্দু মুছলমানৰ তীৰ্থক্ষেত্ৰ
হাজো এখনি পুৰণি ঠাই।
প্ৰায় জাতিৰে মানুহ মাত্ৰকে

বিচাৰ কৰিলে ইয়াত পায়।।

................................

................................

গাঁৱৰ মাজতে মণিকূট গিৰিত

মাধৱ মন্দিৰ শোভা পায়।

আসাম যুৰি কোনো ঠাইতে

এনে বৈষ্ণৱ তীৰ্থ নাই।।

কোচবিহাৰৰ অধিপতি-

নৰনাৰায়ণৰ সহোদৰ।

চিলাৰায় কোঁৱৰ ৰঘুৱে-

মঠ সজালে মাধৱৰ।।

সোণতৰা কবিতাৰ পুথিখন অতি মধুৰ আৰু মানুহৰ মনত সাঁচ বহুৱাব পৰা পুথি। এই কবিতাৰ পুথিখনত ক্ষুদ্ৰজীৱ যেনে- পখিলা, কাউৰী, নেউল, কুকুৰ, মেকুৰী, শিয়াল আদিৰ স্বভাৱ আৰু মনৰ ভাৱ প্ৰকাশ কৰিছে।

পখিলা -

চোৱাচোঁ পখিলাটি কেনেনো শুৱনি।

কেনেনো ধুনীয়া তাৰ পাখি দুইখানি।।

.................................................

তাক লবলৈ মোৰ বৰ মন যায়

ধৰি দিয়া বাইদেউ যাবগৈ পলাই।।

নোৱাৰো ধৰিব তাক সোণাই হেৰেই।

পাখি দুই খানি হ'ব আহৰি তেনেই।।

কবিয়ে ইয়াত শিশুটিৰ মনোভাব আৰু তাৰ বিবেকৰ বৰ্ণনা দিছে।

বামুণী আৰু নেউল- কবিতাটিত মানুহ আৰু ইতৰ প্ৰাণীৰ চৰিত্ৰ বৰ্ণনা কৰিছে-

বামুণী গৈছিল পানী আনিবলৈ

কেচুৱাক শুৱাই থৈ।

বামুণীৰ আছিল পোহনীয়া নেউল

তাকেই ৰখীয়া থৈ।।

বিধিৰ বিপাক কি কম তোমাক
এনে এটি কপালৰ ফেৰ।
ক'ৰপৰা এটি মাটি ফেটীসাপ
আহি কৰে কেৰমেৰ।।

...................................

লাগিল এনেতে দুয়োৰো মাজত -
থৈয়া নথৈয়া ৰণ।
চকুৰ পচাৰতে শিয়ান নেউলে
কৰিলে তাক বিনাশন।।
তেজেৰে লুতুৰি পুতুৰি নেউলে
বাটতে বাতৰি যাছে।।

...................................

বামুণী ভাবিলে ৰখীয়া নেউলে
ল'ৰাকেহে যেন খালে।
কাষৰ কলহ দলিয়াই দি
বেচেৰা নেউলক বিনাশিলে।

---

কুকুৰ আৰু মঙহ কবিতাত কবিয়ে স্বজাতিৰ মাজত অৰিয়া অৰি ভাব, তাৰ পৰা যে অপকাৰ হয় তাকে বৰ্ণনা কৰিছে।

এদিনাখন এটা ঢেকুৰা কুকুৰে
মঙহ মুখত লৈ।
দিছিল সাঁতোৰ নদীৰ পানীত
পাৰ হৈ যাবলৈ।।
দেখিলে এনেতে পানীৰ তলত
আপোন ছাঁয়াটি গাৰ।
ভাবিলে মনত কোনাবা গিয়াতি
আহিছে লগত তাৰ।

.............................

কুকুৰৰ বৈৰী কুকুৰ সদায়
সকলে ই কথা জানে।
কাঢ়ি লৈ তাকো নিজেই সামৰো
..........................
ভেউ ভেউ কৰি মুখ মোলোতে
সৰিল মঙহ তাৰ।।

কাউৰী আৰু শিয়াল কবিতাটিত ধূৰ্ত্ত শিয়ালৰ চাতুৰী কথা আৰু তোষামোদত ভোল যোৱা কাউৰীৰ স্বভাব বৰ্ণনা কৰিছে।

এটুকুৰা মঙহ লৈ পৰম হৰিষ হৈ
কাক আহি পৰিল ডালত।
খাব কি লুকাই থব থলে কোনোবাই নিব
ঘোৰ চিন্তা লাগিল মনত।।

কৰবাৰ পৰা এটি শিয়াল আহি কাউৰীজনীক তোষামোদ কৰি গান এটি গাবলৈ কলে। কাউৰীয়ে তোষামোদত ভোলগৈ "কা কা" কৰি মুখ মেলোতেই সৰিল মঙহ তাৰ।।

এইদৰে কবিয়ে চাতুৰী আৰু তোষামোদৰ কুফলৰ কথা বুজাইছে। বিশ্বাসী দেৱৰ-জ্ঞানমালিনী, জেউতি, কাব্যহাৰ, শান্তি, জিৰণি, সাহিত্য সোপান, আবেগ, জিলিকনি, আভাষ আদি পুথি উদ্ধাৰ কৰিব পৰা নাই। কিয়নো কবি বিশ্বাসীৰ অকালতে দেহাৱসান ঘটে। তাৰোপৰি বিশ্বাসীদেৱৰ পিচত পৰিয়ালৰ অৱস্থা অতি শোচনীয় হোৱাত এই গ্ৰন্থসমূহ ক'ত কেনেকৈ হেৰাই গ'ল তাৰ উৱাদিহ পোৱা নহ'ল। বিশ্বাসীদেৱৰ পৰম বন্ধু আছিল বিহগী কবি স্বৰ্গীয় ৰঘুনাথ চৌধাৰী।

তেখেতৰ ৰচিত পুথিসমূহ কালৰ সোঁতত বিলীন হ'ল। অতীত অতীত হৈয়ে থাকিল। সমাজে তেখেতক স্মৰণ কৰিলে তেখেতৰ আত্মাই শান্তি পাব।



# হৰকান্ত দাস

**শ্ৰীপ্ৰকাশ দাস**

নৈ-নিজৰা, সৰু সৰু পাহাৰ টিলা, গছ-গছনিৰে সুশোভিত হাজো এখনি প্ৰসিদ্ধ প্ৰাচীন মন্দিৰ নগৰী। ইয়াৰ মনোৰম প্ৰাকৃতিক শোভাই অতীজৰে পৰা বিভিন্ন প্ৰান্তৰ ঋষি-মুণিসকলক আকৰ্ষণ কৰিছিল আৰু তেওঁলোকে ইয়াতে তপস্যা কৰি দিব্য-জ্ঞান্ লাভ কৰি সত্যৰ সন্ধান পাইছিল। সকলো ধৰ্ম্মালম্বীলোকৰ বাবে হাজো আছিল পবিত্ৰ তীৰ্থস্থান আৰু ধৰ্ম্ম, শাস্ত্ৰ, আদিৰ চিন্তা-চৰ্চ্চাৰ কেন্দ্ৰস্থান। সেইদৰে বহু মহাপুৰুষ আৰু কবি-সাহিত্যিকৰ জন্মভূমি আৰু কৰ্মভূমি আছিল হাজো। খৃষ্টীয় ৬ষ্ঠ শতিকাৰ বিদগ্ধ বৈদিক পণ্ডিত কুমাৰিলা ভট্টপাদ, বৈষ্ণৱ যুগৰ শ্ৰেষ্ঠ কবি সাহিত্যিক অনন্ত কন্দলি, গীতিৰামায়ণ ৰচক দুৰ্গাবৰ কায়স্থৰ জন্মভূমি আৰু কৰ্ম্মভূমি আছিল হাজো। বৈষ্ণৱযুগৰ আন এজন বিশিষ্ট কবিসাহিত্যিক ৰামসৰস্বতীৰ জন্ম হৈছিল হাজো অঞ্চলৰে পচৰীয়াত। বিহগী কবি ৰঘুনাথ চৌধাৰী, ভাষাবিদ কালীৰাম মেধি হাজো অঞ্চলৰে লোক আছিল। শিশু সাহিত্যিক বিষয় চন্দ্ৰ বিশ্বাসী, সুসাহিত্যিক হলীৰাম মেধিকে আদি কৰি বহুকেইজন নীৰৱ সাহিত্য-সাধকে জন্মগ্ৰহণ কৰিছিল এই পুণ্যভূমি হাজোত। সেইসকলৰ অন্যতম স্বৰ্গীয় হৰকান্ত দাসদেৱ।

স্বৰ্গীয় হৰকান্ত দাসদেৱৰ জন্ম হৈছিল ১৮৯৯ চনৰ ফেব্ৰুৱাৰী মাহত হাজো ভৰালীটোলাৰ এটি সম্ভ্ৰান্ত কৃষক পৰিয়ালত। তেখেতৰ পিতৃ আছিল ৰবিৰাম ঠাকুৰীয়া আৰু মাতৃৰ নাম আছিল বিচিত্ৰী। সৰুৰেপৰা চোকা বুদ্ধিৰ ছাত্ৰ হৰকান্ত দাসে বৃত্তি ধৰি ১৯১৩ চনত হাজোৰ পৰা প্ৰাইমাৰী পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন কলেজিয়েট হাইস্কুলত নাম ভৰ্ত্তি কৰে। তাৰপৰাই ১৯২৩ চনত ষ্টাৰ আৰু কেইবাটাও বিষয়ত লেটাৰসহ প্ৰথম বিভাগত মেট্ৰিকুলেচন পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পিচত ১৯২৫ চনত কটন কলেজৰ পৰা প্ৰতিযোগিতামূলক বৃত্তি লৈ প্ৰথম বিভাগত আই-এছ-ছি পৰীক্ষা পাছ কৰে। কটনৰ পৰাই ১৯২৭ চনত গণিতশাস্ত্ৰত অনাৰ্ছসহ সোণৰ মেডেল অৰ্জন কৰি বি-এ- পাছ কৰে। উচ্চ শিক্ষাৰ প্ৰতি প্ৰবল ধাউতি থকা স্বৰ্গীয় দাসে সেইবছৰতে কলিকতালৈ গৈ এম্-এছ-ছি আৰু বি-এল পঢ়িবলৈ লয় আৰু ১৯৩১ চনত এপ্লাইড মেথেমেটিক্স্‌ৰ দৰে এটি আপেক্ষিকভাবে টান বিষয় লৈ সুখ্যাতিৰে এম্-এছ-ছি পাছ কৰি হাজো অঞ্চললৈ গৌৰৱ কঢ়িয়াই আনে। ১৯৩১

চনতে কলিকতাতে ল'ৰ দুটা পৰীক্ষা পাছ কৰি বাকী থকা পৰীক্ষাটো গুৱাহাটীৰ পৰা দি ১৯৩১ চনত বি-এল পাছ কৰি তীক্ষ্ণ মেধাৰ পৰিচয় দি সকলোকে চমক খুৱায়।

১৯২৭ চনত তেখেতে আই-পি-এছ পৰীক্ষা দিছিল আৰু তেতিয়াৰ জিলাৰ কমিছনাৰ ডব্লিউ, এ, বেন্টিঙ্ক চাহাবে তেখেতক ডি-এছ-পি পদ যাচিছিল। তেখেতে গ্ৰহণ নকৰিলে। ১৯৩০ চনত তেখেতে হাজো অঞ্চলৰে জীয়াৰী চাৰুবালা চৌধুৰীৰ লগত বিবাহ-পাশত আবদ্ধ হয়। তেখেতে ১৯৩১ চনত তেজপুৰ একাডেমীৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক হিচাপে যোগদান কৰি কৰ্মজীৱন আৰম্ভ কৰে। কিন্তু স্বাধীনচেতীয়া দাসদেৱক ইংৰাজ চৰকাৰৰ অধীনস্থ চৰকাৰী চাকৰিয়ে বান্ধি ৰাখিব নোৱাৰিলে। ১৯৩২ চনত চাকৰি ইস্তাফা দি ১৯৩৩ চনৰ পৰা তেজপুৰ কাছাৰীত ওকালতি আৰম্ভ কৰে। সময়ত উচ্চ ন্যায়ালয়ৰ অধিবক্তা হৈ সুদক্ষ আইনজীৱী হিচাপে জীৱনৰ বিয়লি বেলালৈকে সুখ্যাতি আৰু সুনাম অৰ্জন কৰিছিল।

সুযোগ্য আঠজন পুত্ৰ আৰু এজনী কন্যা সন্তানেৰে স্বৰ্গীয় দাসদেৱ এজন আদৰ্শ পিতৃ আছিল। তেখেতৰ জ্যেষ্ঠ পুত্ৰ কুমাৰ কৃষ্ণপ্ৰসাদৰ অকাল মৃত্যু পৰিয়ালটিৰ বাবে এক মৰ্ম্মান্তিক আঘাত। বৰ্তমান তেখেতৰ দুজন পুত্ৰ উচ্চ শিক্ষাৰে আমেৰিকাত প্ৰতিষ্ঠিত। বাকীকেইজনো উচ্চ-শিক্ষা আৰু পদমৰ্যাদাৰে সুপ্ৰতিষ্ঠিত।

ৰাজনীতি আৰু সামাজিক জন-জীৱনৰ লগতো দাসদেৱৰ ওত-প্ৰোত সম্পৰ্ক আছিল। কটন কলেজিয়েট হাইস্কুলত পঢ়ি থাকোতে ১৯২১ চনত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ আহ্বানত সহাঁৰি জনাই ছাত্ৰাবস্থাতে কলেজিয়েট হোষ্টেলৰ পৰা ওলাই আহি আন্দোলনত যোগ দিয়ে। ফলত ১৯২২ চনৰ ২২ জানুৱাৰীত ছয়গাঁৱৰ পৰা তেখেতক পুলিচে এৰেষ্ট কৰে। তেজপুৰৰ বহু ধৰ্ম্মীয় আৰু সামাজিক-সাংস্কৃতিক অনুষ্ঠানৰ লগতো তেখেত সক্ৰিয় ভাবে জড়িত আছিল। তেজপুৰত নিগাজীকৈ বসবাস কৰিবলৈ ললেও হাজোৰ লগতো তেখেতৰ এৰাব নোৱাৰা সম্পৰ্ক আছিল। তেখেতৰ আত্মীয় শিক্ষাসেৱী শ্ৰদ্ধাচৰণ চৌধুৰী আৰু ককায়েক কৃতী শিক্ষক কণ্ঠিৰাম দাসৰ পৰা পোৱা অনুপ্ৰেৰণা, মুক্তিযোদ্ধা, সমাজকৰ্মী ডাঃ শম্ভুৰাম মেধিৰ লগত থকা প্ৰগাঢ় বন্ধুত্বৰ কথা তেখেতে আন্তৰিকতাৰে সোঁৱৰণ কৰিছিল। বিশাল সামাজিক ৰাজনৈতিক ক্ষেত্ৰখনত বিচৰণ কৰোতে আচাৰ্য্য নৰেন্দ্ৰদেৱ, ৰামমনোহৰ লোহিয়া, একনাথ ৰাণাডে, কুলধৰ চলিহা, লক্ষীধৰ বৰা, তৰুণৰাম ফুকন. জগদীশ মেধি, বিষ্ণুৰাম মেধি আদি বিশিষ্ট ব্যক্তিসকলৰ ঘনিষ্ঠ সান্নিধ্য তেখেতে লাভ কৰিছিল।

১৯৮০ চনৰ ১৭ আগষ্ট তাৰিখে এইজনা কৰ্মযোগীৰ দেহাৱসান ঘটে।

জ্ঞান পিপাসু দাসদেৱে ছাত্ৰাবস্থাৰ পৰাই সাহিত্য-চৰ্চ্চা কৰিছিল। ইয়াৰ অৱশ্যে পটভূমিও নথকা নহয়। কলিকতাত পঢ়ি থাকোতে ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱা, সাহিত্যাচাৰ্য্য যজ্ঞেশ্বৰ শৰ্ম্মা, অসমপ্ৰাণ লক্ষীধৰ শৰ্ম্মা, ন্যায়াধীশ হলিৰাম ডেকা

আদিৰ লগত তেখেতৰ সৌহাৰ্দ্য গঢ়ি উঠিছিল আৰু সাহিত্য-বিষয়ক চিন্তা- চৰ্চাত অংশ গ্ৰহণ কৰিছিল। তেখেত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ সভ্য আছিল। সময়ত অসম সাহিত্য-সভাৰ প্ৰথম সভাপতি পদ্মনাথ গোহাঞিবৰুৱা, ভাওনি কোঁৱৰ আনন্দ চন্দ্ৰ আগৰৱালা, দুৰ্গেশ্বৰ শৰ্ম্মা, হলিৰাম ডেকা, ডঃ বাণীকান্ত কাকতি, ৰঘুনাথ চৌধাৰী আদি বৰেণ্য কবি-সাহিত্যিকসকলৰ সংস্পৰ্শত আহি সাহিত্য সেৱাৰ অনুপ্ৰেৰণা লাভ কৰি হাতত কাপ তুলি লৈছিল। তেখেতৰ বহু চিন্তা-গধুৰ প্ৰবন্ধ যেনে— সত্যৰ সন্ধান, উপনিষদ, ব্ৰহ্মজ্ঞান, আত্মা, স্বাধীন অসমৰ ভৱিষ্যত, খদ্দৰৰ মহাত্মা, জমিদাৰী উচ্ছেদ, অখণ্ড ভাৰত, ভগনীয়া সমস্যা, স্বাস্থ্য, জ্যোতিষ শাস্ত্ৰ আদি আৱাহন, সুৰভি, চেতনা, নতুন অসমীয়া, জনমভূমি, জয়ন্তী, বৰদৈচিলা, জাগৃতি, অখণ্ড ভাৰত, ৰাইজ, স্বাস্থ্যপ্ৰদীপ আদিত প্ৰকাশ পাইছিল। ইয়াৰে কিছু প্ৰকাশিত প্ৰবন্ধ পাতি আৰু নতুন সৃষ্টিৰে তেখেতে পাঁচখন গ্ৰন্থ প্ৰকাশ কৰি উলিয়ায়। গ্ৰন্থকেইখনিৰ চমু পৰিচিতি দাঙি ধৰা হ'ল।

**জগদ্-গুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ ঃ** শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জীৱন আৰু সাহিত্যিকৃতিৰ ওপৰত লিখা এখনি সৰু পুস্তিকা। প্ৰথম সাহিত্যিক পেন্সনাৰ পদ্মনাথ গোহাঞিবৰুৱা আৰু ৰায়বাহাদুৰ আনন্দ চন্দ্ৰ আগৰৱালাদেৱৰ উদ্গনিত ৰচনা আকাৰে লিখি ১৯৩১ চনৰ ২৭ ভাদত গুৰুজনাৰ তিথি উপলক্ষে অনুষ্ঠিত অসমীয়া ভাষা উন্নতি সাধিনী সভাত দাসদেৱে পাঠ কৰিছিল। সময়ত আৱাহানত প্ৰকাশ পায় আৰু গোহাঞিবৰুৱা আৰু আগৰৱালাদেৱৰ উদ্গণিত সামান্য পৰিবৰ্দ্ধিত ৰূপত কিতাপ আকাৰে তেখেতে ছপা কৰি উলিয়ায়। গুৰুজনাই এৰাতিৰ ভিতৰতে ভাগৱতৰ অসমীয়া পদ ৰচনাৰে 'গুণমালা' পুথিৰ সৃষ্টি কৰি 'হাতী মাৰি ভুৰুকাত ভৰাই' মহাৰাজ নৰনাৰায়ণক উপহাৰ দিয়াৰ দৰে দাসদেৱে 'গোটেই অসম ভূমি বিস্তৃত জীৱনী যাৰ' মহাপুৰুষজনাৰ ধৰ্ম্ম-কৰ্ম, ভাষা-সাহিত্য, সমাজ-সভ্যতা, নাট-ভাওনা, জীৱন-দৰ্শনৰ চমু অথচ সাৱলীল আৰু মৰ্ম্মস্পৰ্শী ভাষাৰে লিখি ৰাইজক উপহাৰ দিছে। সেইসময়ৰ সামাজিক বিশৃঙ্খলতা আৰু দুৰৱস্থা, বিভিন্ন ধৰ্ম্ম, ভাষা, জাতি, গোষ্ঠীৰ সংকীৰ্ণতা আৰু ভেদ নীতিৰ বিপৰীতে শঙ্কৰদেৱে এক ধৰ্ম্ম, এক জাতিৰ দোলেৰে সমাজখনক বান্ধিছিল। বৰ্তমানো শঙ্কৰতত্বৰ প্ৰাসঙ্গিকতা বৃদ্ধি পাইছে বুলি দাসদেৱে সময়ৰ সকীয়নি দিছে।

**ঈশ্বৰবাদ ঃ** স্বৰ্গীয় দাসৰ চিন্তা-গধুৰ, দাৰ্শনিক তত্ব সম্বলিত গ্ৰন্থ ।ইয়াত তেখেতৰ গভীৰ অধ্যয়ন আৰু চিন্তাৰ প্ৰকাশ ঘটিছে। ঈশ্বৰবাদ সম্পৰ্কীয় মূল প্ৰবন্ধটি ১৮৭০ শকৰ আহাৰ মাহৰ ৭ ম সংখ্যা 'সুৰভি'ত প্ৰকাশ হৈছিল। প্ৰবন্ধটো বহুলভাৱে প্ৰশংসিত হোৱাত তেখেতৰ জ্যেষ্ঠ সুপুত্ৰ কুমাৰ কৃষ্ণ প্ৰসাদে ১৮৭১ শকত বৰ্দ্ধিত আকাৰত গ্ৰন্থ আকাৰে প্ৰকাশ কৰি উলিয়ায়। গ্ৰন্থখনত তেখেতে বেদ, উপনিষদ, বিভিন্ন শাস্ত্ৰ- পুথিৰ শ্লোক আৰু পদ আৰু বিভিন্ন ধৰ্ম্মৰ ধৰ্ম্মগ্ৰন্থসমূহৰ তত্বসমূহ সন্নিবিষ্ট কৰাৰ উপৰিও প্লেটো, এৰিষ্টট্‌ল, এম্পিডক্লস, কাউপাৰ, আদি বৈজ্ঞানিক আৰু দাৰ্শনিক

পণ্ডিতসকলৰ মতবাদ সমূহৰ বিস্তৃত উদ্ধৃতিৰে পৰমেশ্বৰৰ অস্তিত্ব, সত্বা, কৰ্তৃত্ব আদি সম্পৰ্কে পাণ্ডিত্যপূৰ্ণ আলোচনা আগবঢ়াইছে আৰু ঈশ্বৰৰ সত্বা, কৰ্তৃত্ব স্বীকাৰ কৰি বিশ্বনিয়ন্তা পৰমেশ্বৰক অনন্ত, সৰ্ব্বব্যাপী, স্বয়ংপ্ৰকাশমান, চিদানন্দ স্বৰূপ, এক আৰু অদ্বিতীয় বুলি প্ৰতীয়মান কৰিব বিচাৰিছে।

**পূৰ্ণিমাৰ বিয়া ঃ** ১৯৪৯ চনত প্ৰকাশিত স্বৰ্গীয় দাসদেৱৰ ই এখন সৰল কাহিনীৰ সামাজিক উপন্যাস। এটি সত্য ঘটনাৰ আলমত উপন্যাসখনি লিখা বুলি তেখেতে পাতনিতে উল্লেখ কৰিছে। এখন নামী মহাবিদ্যালয়ৰ অধ্যাপক পৰিমলৰ লগত ৰূপে-গুণে বিভূষিতা পূৰ্ণিমাৰ বিয়াৰ বন্দোৱস্ত কৰা হয়। কিন্তু বিয়াৰ দিনা যৌতুকৰ অজুহাতত বিয়া নকৰাই দৰা-পক্ষ উলটি যায়। সেইদিনাই কেশৱ নামৰ পুনাত এম-এ পঢ়া সৎ চৰিত্ৰবান ডেকা এজনে অগ্নিদেৱতাক সাক্ষী কৰি পূৰ্ণিমাক ধৰ্ম্ম-পত্নীৰূপে গ্ৰহণ কৰে। থুল-মূলকৈ কাহিনী ইমানেই। কাহিনীৰ মূল নায়িকা পূৰ্ণিমাক ঘৰৰ পৰা মাত্ৰ এবাৰহে বাহিৰলৈ উলিয়াইছে। হলেও পূৰ্ণিমাৰ অস্তিত্বৰ অনুভৱ অনবৰতে হৈ থাকে। পূৰ্ণিমাৰ ৰূপ লাবণ্য বৰ্ণনাতো লিখকে কাৰ্পণ্য কৰা নাই। উপন্যাসখনিত বৈষ্ণৱ কবিসকলৰ পদৰ আৰ্হিত ৰচনা কৰা পদসমূহে তেখেতৰ বৈষ্ণৱ সাহিত্য প্ৰীতি প্ৰকট কৰিছে। 'কেশৱেই ধ্যান মোৰ কেশৱেই প্ৰাণ। কেশৱ বন্ধু বিনে মোৰ স্বামী আন নাই।' পৰিমলৰ লগত বিয়া ভঙাৰ পিচত পূৰ্ণিমাই কেশৱৰ কথা এনেদৰে ভাবিছে। তাৰোপৰি উপন্যাসখনিত স্বৰ্গীয় দাসৰ জ্যোতিষ শাস্ত্ৰৰ গভীৰ অধ্যয়ন আৰু বুৎপত্তি বাৰুকৈয়ে পৰিস্ফুট হৈছে। উপন্যাসখনিৰ আন এটা উল্লেখযোগ্য দিশ হ'ল যে কাহিনীৰ পটভূমি তেজপুৰ কেন্দ্ৰীক হ'লেও হাজোৰ সাধাৰণ মানুহে সততে ব্যৱহাৰ কৰা বহু শব্দ উপন্যাসখনতি ব্যৱহৃত হৈছে। যেনে- ৰাতি চাৰিদাৰ, গোৰা-গোষ্ঠী, এলাসেলা, ভিন্-ঠাই, আংঠি, গাই-গহনা, বেৰাজি (সন্মত নোহোৱা) বেঙে-মূতা-গৰু ইত্যাদি। যা হওঁক ই এখন স্বৰ্গীয় দাসৰ একমাত্ৰ উপন্যাস হলেও উপন্যাস এখনত থাকিবলগীয়া উপাদানসমূহ যেনে— কাহিনী, চৰিত্ৰ, কথোপকথন, পৰিবেশ-সৃষ্টি আৰু লেখকৰ জীৱন দৰ্শনৰ ইয়াত সম্যক সমাহাৰ ঘটিছে।

**পুত্ৰৰ শোকত ঃ** ১৯৫৪ চনত প্ৰকাশিত হৰকান্ত দাসদেৱৰ চতুৰ্থ গ্ৰন্থ। লিখকৰ জ্যেষ্ঠপুত্ৰ তীক্ষ্ণ মেধাসম্পন্ন কুমাৰ শ্ৰীকৃষ্ণপ্ৰসাদ বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা সুখ্যাতিৰে বি-এছ-ছি পাছ কৰি তাতেই জিওফিজিক্সত এম- এছ- ছি পঢ়ি আছিল। ১৯৫৩ চনত ১ মাৰ্চত ফাকু খেলি উঠি লগৰীয়াৰ লগত গঙ্গা নদীত গা-ধুই থাকোতে তেওঁ আকস্মিক ভাবে মৃত্যু মুখত পৰে। প্ৰচুৰ সম্ভৱনাপূৰ্ণ, অতি চেনেহৰ কুৰিবছৰীয়া জ্যেষ্ঠপুত্ৰৰ অকাল বিয়োগত দিশহাৰা পিতৃয়ে মনৰ দুখ উপশমৰ বাবে এই গ্ৰন্থখনি লিখে। পাতনিসহ প্ৰায় ৩০০ পৃষ্ঠাৰ বৃহৎ গ্ৰন্থখনিক তিনিটা অধ্যায়ত পৰিবেশন কৰা হৈছে। প্ৰথম অধ্যায়ত লিখকৰ কিছু নিজা কথা, দ্বিতীয় অধ্যায়ত কুমাৰ কৃষ্ণপ্ৰসাদৰ মৃত্যুত বিশিষ্ট ব্যক্তি আৰু অনুষ্ঠানৰ শোকবাৰ্তা আৰু তৃতীয় অধ্যায় মূলতঃ কৃষ্ণপ্ৰসাদৰ

ওপৰত লিখা লিখনি সন্নিৱিষ্ট হ'লেও ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানী, দুৰ্গেশ্বৰ শৰ্ম্মা, শ্ৰীৰাম চন্দ্ৰ দাস, কমল চন্দ্ৰ মজুমদাৰ আদি কবি প্ৰবন্ধকাৰৰ লিখনিয়ে গ্ৰন্থখনিৰ গুৰুত্ব বঢ়াইছে। তথাপি সু-সাহিত্যিক, ন্যায়াধীশ হলীৰাম ডেকাদেৱে গ্ৰন্থখনিৰ পাতনিতে উল্লেখ কৰা ধৰণে ক'ব পাৰি—'সাহিত্য বুলিলে আমি সাধাৰণতে যিহক বুজো এই গ্ৰন্থখন তেনে সাহিত্য নহয়; কিন্তু ই কান্দন, উচুপনি আৰু এনেধৰণৰ নহবলগীয়া অঘটননো কেনেকৈ বা কিয় হয় তাৰে বুজাপৰাৰ চেষ্টাৰ প্ৰতিধ্বনিৰে ভৰপুৰ।'

**জ্ঞানৰ শলিতা ঃ** ১৯৫৫ চনত প্ৰকাশিত হিন্দু-দৰ্শনৰ ওপৰত লিখা দাসদেৱৰ শেহতীয়া গ্ৰন্থ। ইয়াৰ প্ৰবন্ধসমূহ যথাসময়ত সুৰভি, জাগৃতি, নাম-ধৰ্ম্ম আৰু জয়ন্তীকাকতত প্ৰকাশ হৈছে। তত্ব-জ্ঞান আৰু আধ্যাত্মিক জ্ঞানৰ শলিতাৰে জ্ঞান পিপাসুৰ জ্যোতি বঢ়াই 'জ্ঞানৰ শলিতা' ই নামৰ যথাৰ্থ সাৰ্থকতা ৰাখিছে। মন্তব্য শিতানত কৃতী সাহিত্যিক আৰু প্ৰকাশক হৰিনাৰায়ণ দত্তবৰুৱাদেৱে ব্ৰহ্ম দৰ্শন, মুক্তিৰ বিচাৰ, আত্মাৰ লক্ষণৰ দৰে অতি টান দাৰ্শনিক কথাবোৰ সহজ-সৰল ভাবে উপস্থাপন কৰাত লিখকৰ কৃতকাৰ্য্যতা স্বীকাৰ কৰিছে।

এইটো ঠিক যে স্বগীয় হৰকান্ত দাসদেৱৰ প্ৰৱন্ধপাতি আৰু গ্ৰন্থসমূহত ইংৰাজী, অসমীয়া, বঙালী, সংস্কৃতৰ বহু গ্ৰন্থ আৰু শাস্ত্ৰ পুথিৰ গভীৰ অধ্যয়নৰ প্ৰকাশ ঘটিছে; লগতে জ্ঞান, প্ৰতিভা তথা চিন্তাধাৰাৰ নিদৰ্শন দাঙি ধৰিছে। মাত্ৰ এখন বা দুখন কিতাপ লিখি উচ্চ আসন পোৱা সাহিত্যিকৰ উদাহৰণ অসমত কম নহয়। সেইফালৰ পৰাও কেৱল 'ঈশ্বৰবাদ' আৰু 'জ্ঞানৰ শলিতা'ৰ বাবে হৰকান্ত দাসদেৱ সু-সাহিত্যিক হিচাপে চিৰকাল নমস্য হৈ থাকিব।

১৯৯৯ চনৰ ফেব্ৰুৱাৰী মাহত (২৮ মাঘ) সু-সাহিত্যিক হৰকান্ত দাসদেৱৰ জন্মশতবৰ্ষ পূৰ্ণ হ'ল। শেষত তেখেতলৈ আমাৰ শতবৰ্ষৰ শ্ৰদ্ধাঞ্জলি যাচিলোঁ।



# অনন্ত দেৱ শৰ্ম্মা

**সৰ্বেশ্বৰ বৰুৱা**

অনন্ত দেৱশৰ্ম্মাৰ ছাত্ৰাৱস্থাৰ কথা। তেখেত তেতিয়া 'হাজো হয়গ্ৰীৱ চতুস্পাঠী" টোলৰ ছাত্ৰ। শৰ্ম্মাৰ বিৰুদ্ধে টোলৰ অধ্যাপক ধৰ্ম্মকান্ত শৰ্ম্মা ব্যাকৰণ শাস্ত্ৰীৰ ওচৰত অভিযোগ দিছিল সহপাঠী সকলে। অভিযোগৰ বিষয় আছিল — শৰ্ম্মাই হেনো কবিতা লিখে। সহপাঠী সকলৰ হয়তো ধাৰণা আছিল — ছাত্ৰাৱস্থাত কবিতা লিখাটো এটা দোষ। অধ্যাপক গৰাকীয়ে অনন্ত দেৱশৰ্ম্মাক ওচৰলৈ মাতি আনি অভিযোগৰ সত্যতা নিৰ্ণয় কৰিবলৈ বিচাৰিছিল। সত্যবাদী শৰ্ম্মাই সত্য কথাই কৈছিল। হয়, তেওঁ কবিতা লিখে, লিখি তেওঁ ভাল পায়। অধ্যাপক শৰ্ম্মাই খণ্ড কৰা নাছিল, এটি মিচিকিয়া হাঁহি মাৰি তেখেতে ছাত্ৰ অনন্তক সিদিনাৰ ভিতৰতে "কামেশ্বৰ দেৱালয়"ৰ বিষয়ে কবিতা এটি লিখি তেখেতক দেখুৱাবলৈ নিৰ্দ্দেশ দিছিল মাত্ৰ। (টোলখন সেই সময়ত প্ৰকৃতিৰ ৰম্যভূমি এই দেৱালয় প্ৰাঙ্গণত আছিল।) গুৰুৰ পৰীক্ষাত ছাত্ৰ অনন্ত উত্তীৰ্ণ হ'ল। গধূলি পৰত সবিনয়ে গুৰুৰ হাতত অনন্তই তুলি দিলে ৰূপ কল্পনাৰ পৰশেৰে ৰঞ্জিত 'কামেশ্বৰ দেৱালয়" কবিতাটি। কবিতাটি পঢ়ি অধ্যাপক শৰ্ম্মা আনন্দত অভিভূত হৈছিল আৰু প্ৰিয় ছাত্ৰজনক অন্তৰৰ পৰা আশীৰ্ব্বাদ বৰষিছিল — "লিখা, ভাৱ যেতিয়াই আহে তাক ধৰি ৰাখা। ভৱিষ্যতলৈ তুমি নিশ্চয় এজন সুসাহিত্যিক হবা।" সাহিত্য সৃষ্টিৰ শুভ লগনত গুৰুৰ পৰা লাভ কৰা এই আশীৰ্ব্বাদেই আছিল সাহিত্যিক অনন্ত দেৱশৰ্ম্মাৰ সাহিত্য সৃষ্টিৰ মূল প্ৰেৰণা।

অনন্ত দেৱশৰ্ম্মাৰ উপৰি পুৰুষ কনৌজৰ পৰা অহা। এওঁলোক প্ৰথম অৱস্থাত চতমাত বসবাস কৰিছিল। পিচত ৰামদিয়া মৌজাৰ বৰ সন্তাৰ গাঁৱলৈ আহি বসতি স্থাপন কৰে। হাজোৰ মাধৱ দেৱালয়ৰ বৰদেউৰীৰ বাবো দেৱশৰ্ম্মাৰ পিতৃপুৰুষে লাভ কৰিছিল। অসমৰ অন্যতম্ আইন বিদ্ শ্ৰীযুত গৌৰীশংকৰ ভট্টাচাৰ্য্য ডাঙৰীয়াও এখেতৰ বংশৰে লোক। ইং ১৯২৭ চনত জন্ম গ্ৰহণ কৰা অনন্ত দেৱশৰ্ম্মাৰ পিতৃ দয়ানাথ ভট্টাচাৰ্য্য আছিল এজন নৈষ্ঠিক ব্ৰাহ্মণ। মাজৰকুৰি প্ৰাথমিক বিদ্যালয়ৰ পৰা প্ৰাথমিক শিক্ষা শেষ কৰাৰ পিচত অনন্তৰ মন ইংৰাজী শিক্ষাৰ প্ৰতি আগ্ৰহান্বিত

হলেও দেউতাকে এই ক্ষেত্রত প্রতিবন্ধকতাৰ সৃষ্টি কৰিলে। আচলতে দেউতাক আছিল ইংৰাজী শিক্ষাৰ বিৰুধী। বাধ্যত পৰি ৰামদিয়া মজলীয়া বিদ্যালয়ত পঢ়িবলৈ ললে যদিও ভিতৰি ভিতৰি তেওঁৰ বিদ্রোহী মনে সান্ত্বনা লভা নাছিল। দেউতাকৰ লগত একমত হব নোৱাৰি দেৱশৰ্ম্মা ঘৰৰ পৰা ওলাই গ'ল। পিচত ডাঙৰ ককায়েক শ্ৰীযুত শিৱনাথ দেৱশৰ্ম্মা ডাঙৰীয়াই তেখেতক বিচাৰি বুজাই বঢ়াই ঘৰলৈ আনে।

অনন্ত দেৱশৰ্ম্মাৰ মাতৃ অম্বিকা দেৱীও আছিল এগৰাকী পুত্ৰপ্ৰাণা স্নেহশীলা নাৰী। পুত্ৰক আদৰ-সাদৰকৈ বুজালে মাতৃয়ে। পিতৃ-মাতৃ-ভাতৃ সকলোকে সন্তুষ্ট কৰিবলৈ অন্তত সংস্কৃত টোলত পঢ়াৰেই সিদ্ধান্ত ললে অনন্তই। আৰম্ভনিতে "বামুন্দী ধৰ্ম্মেশ্বৰী চতুস্পাঠী" টোলত পঢ়িবলৈ লৈছিল যদিও পিচলৈ তেখেত "হাজো হয়গ্ৰীব চতুস্পাঠী" টোলৰ ছাত্ৰ হৈ পৰে।

ছাত্ৰ হিচাবে অনন্ত দেৱশৰ্ম্মা আছিল অতি তীক্ষ্ণ আৰু মেধা সম্পন্ন। "হয়গ্ৰীৱ চতুস্পাঠী"ত অধ্যয়ন ৰত অৱস্থাতেই তেখেতৰ সাহিত্য প্ৰতিভা অঙ্কুৰিত হোৱাৰ কথা আমি আৰম্ভনিতে উল্লেখ কৰিছোঁ। ইয়াতেই তেখেতে স্মৃতি আৰু ব্যাকৰণৰ আদি, মধ্য অধ্যয়ন কৰে। দেৱশৰ্ম্মাদেৱৰ ব্যাকৰণৰ প্ৰতি ধাউতি আছিল অসীম। "হয়গ্ৰীৱ চতুস্পাঠী" টোলত অধ্যাপকৰ উপাধি পাঠ্যক্ৰমৰ ব্যাকৰণ শিক্ষা পদ্ধতিত তেখেত সন্তুষ্ট হব পৰা নাছিল। ব্যাকৰণ বিষয়ত অধ্যাপকৰ লগত তেখেতৰ মতানৈক্যও ঘটিছিল। শেষত অধ্যাপকৰ অনুমতি লৈ তেখেতে 'হয়গ্ৰীৱ চতুস্পাঠী" এৰি ব্যাকৰণ শিক্ষাৰ খ্যাতি থকা সুদূৰ গৌৰীপুৰৰ" তাৰিনী প্ৰিয়া চতুস্পাঠী" টোলত পঢ়িবলৈ ললে। ইয়াৰ পৰা তেখেতে কাব্যৰ উপাধি পৰীক্ষাত অসমৰ সংস্কৃত বোৰ্ডৰ ভিতৰত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি "সাহিত্য শাস্ত্ৰী" উপাধি লাভ কৰে। ইয়াৰ বাবে তেখেতে বোৰ্ডৰ পৰা সোণ, ৰূপৰ পদকৰ উপৰিও নগদ টকা আৰু কিতাপ পুৰস্কাৰ স্বৰূপে লাভ কৰে। ইয়াৰ কিছুদিন পিচত 'বেঙ্গল সংস্কৃত বোৰ্ড"ৰ পৰা দেৱশৰ্ম্মাই "কাব্যতীৰ্থ" উপাধিও লাভ কৰিবলৈ সক্ষম হয়। সাংখ্যৰ আদ্য আৰু মধ্যতো প্ৰথম স্থান অধিকাৰ কৰি তেখেতে 'ভুৱন প্ৰতিমা বৃত্তি" লাভ কৰিছিল।

অনন্ত দেৱশৰ্ম্মাৰ জ্ঞান লাভৰ স্পৃহা বাসনা অনুপাতে পূৰ্ণ নহ'ল। ঘৰুৱা আৰ্থিক অনাটনৰ কাৰণে তেখেতে শিক্ষা জীৱনৰ যৱনিকা পেলাই উপাৰ্জ্জনৰ পথ বাছি লবলৈ বাধ্য হ'ল। ইং ১৯৪৯ চনত গোৱালপাৰাৰ ৰোকাখাটা হাইস্কুলত সংস্কৃত শিক্ষক হিচাবে যোগদান কৰি তেখেতে কৰ্ম্মজীৱনৰ পাতনি তৰে। ৰোকাখাটা হাইস্কুলত শিক্ষকতা কৰি থকা কালতেই (ইং ১৯৫১ চনত) তেখেতে প্ৰাইভেট প্ৰাৰ্থী হিচাবে মেট্ৰিক পৰীক্ষাত বাহে। কিন্তু দুৰ্ভাগ্যবশতঃ তেখেতে অংক বিষয়ত ছাপ্লিমেন্টৰীহে পায়। গোৱালপাৰাত ছাপ্লিমেন্টৰী পৰীক্ষা কেন্দ্ৰ নথকাত পিচৰ বছৰত

তেখেতে গুৱাহাটীৰ পৰা পৰীক্ষা দি প্ৰৱেশিক্ষাৰ দেওনাখন পাৰ হ'ল। ইতিমধ্যে তেখেতে গুৱাহাটীৰ কামৰূপ একাডেমীৰ প্ৰধান শিক্ষকৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি ৰোকাখাটা এৰি কামৰূপ একাডেমী হাইস্কুলত সংস্কৃত শিক্ষক হিচাবে যোগদান কৰে - ইং ১৯৫২ চনত। পাচ বছৰমান ইয়াত শিক্ষকতা কৰাৰ পাচত তেখেত শেষবাৰৰ কাৰণে (ইং ১৯৫৭ চনত) মঙ্গলদৈ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ আহে আৰু ইয়াতেই তেখেতে কৰ্ম্মজীৱনৰ পূৰ্ণতা অনাৰ প্ৰয়াস কৰে। শিক্ষকতাক জীৱনৰ ব্ৰত হিচাবে গ্ৰহণ কৰিলেও দেৱশৰ্ম্মদেৱ মঙ্গলদৈ অঞ্চলৰ সমাজ জীৱনত গভীৰ ভাৱে সোমাই পৰে। তেখেতৰ অমায়িক ব্যৱহাৰ আৰু চাৰিত্ৰিক বৈশিষ্ট্যই ছাত্ৰ সমাজক বাৰকৈয়ে মুগ্ধ কৰিছিল আৰু অতি কম দিনৰ ভিতৰতে তেখেত হেজাৰ জনৰ শ্ৰদ্ধা ভক্তিৰ পাত্ৰ হৈ উঠিছিল, বহুজনৰে অন্তৰংগ বন্ধু হৈ পৰিছিল। এইছোৱা সময়তেই তেখেতে সাহিত্য সৃষ্টিৰ নতুন উদ্যম গ্ৰহণ কৰে। মঙ্গলদৈ তেখেতৰ সাহিত্য সৃষ্টিৰ মঙ্গল ক্ষেত্ৰ। ইয়াতেই তেখেতৰ আটাইখিনি সৃষ্টিৰ প্ৰকাশ ঘটিছিল। ইয়াতেই হয়তো তেখেতৰ আৰু বহুতো সৃষ্টিৰ প্ৰকাশ ঘটিলেহেতেন। কিন্তু সেইয়া সম্ভৱ নহ'ল। কাল নিয়তিয়ে মাত্ৰ ৪৮ বছৰ বয়সত অকালতে হৰি নিলে এই গৰাকী নীৰৱ সাধকক। দুৰাৰোগ্য **কৰ্কট ৰোগত** আক্ৰান্ত হৈ মৃত্যুৰ লগত যুঁজ দি অৱশেষত শেষ নিশ্বাস ত্যাগ কৰিলে জন্ম স্থান ৰামদিয়া বৰ সত্ত্ৰাৰ নিজ ঘৰত ইং ১৯৭৫ চনৰ ২২ ফেব্ৰুৱাৰীৰ দিনা।

অনন্ত দেৱশৰ্ম্মা আছিল চিৰকুমাৰ। বিবাহ পাশত আৱদ্ধ হৈ নিজৰ সাধনাত ব্যাঘাত ঘটাবলৈ বিচৰা নাছিল। বিয়া নকৰোৱাটো আছিল তেখেতৰ জীৱনৰ এক সংকল্প। গৃহস্থৰ উপৰিও বন্ধু-বান্ধৱ সকলেও দেৱশৰ্ম্মাৰ বিয়া পাতি দিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। আনকি তেখেতৰ কাৰণে এজনী ছোৱালী বন্দবস্ত কৰি আঙ্গঠিও পিন্ধোৱা হৈছিল। দেৱশৰ্ম্মা কোনো পধ্যেই সন্মত নহ'ল। তেখেতৰ সংকল্প শিলৰ ৰেখা হৈ ৰ'ল। শুনিবলৈ পোৱা যায় দেৱশৰ্ম্মাই হেনো তেখেতৰ কাৰণে আঙ্গঠি পিন্ধোৱা ছোৱলীজনীলৈ বহুতো চিঠি লিখিছিল। কিন্তু এইবোৰ কোনো প্ৰেম পত্ৰ নাছিল, আছিল সাহিত্যিক ভাষা অলংকাৰ যুক্ত বুজনি পত্ৰ মাথোন।

নিজে সন্তানৰ পিতৃ নহলেও দেৱশৰ্ম্মাৰ পুত্ৰ বৎসল এটি প্ৰাণ আছিল। ভায়েকহঁতৰ লৰা-ছোৱালী কেইটিক তেখেতে নিজৰ সন্তান জ্ঞান কৰিছিল। তেওঁলোকক মঙ্গলদৈত নিজৰ লগত ৰাখি শিক্ষা-দীক্ষা দি মানুহ কৰাত তেখেতে অকণো অৱহেলা কৰা নাছিল। নিজৰ উপাৰ্জ্জিত টকা-পইচাখিনি পৰিয়ালৰ মঙ্গলৰ হকেই তেখেতে খৰচ কৰি আনন্দ লভিছিল। সৰু ভায়েক শ্ৰীভুৱনেশ্বৰ ভট্টাচাৰ্য্যক যেনেদৰে মৰম কৰিছিল সেইদৰে ডাঙৰ ভায়েক শ্ৰীযুত শিৱনাথ দেৱশৰ্ম্মাক কৰিছিল অশেষ শ্ৰদ্ধা-ভক্তি। পৰিয়ালৰ অইনবোৰেও দেৱশৰ্ম্মাক আপোনতকৈও আপোন জ্ঞান কৰিছিল।

ভতিজাকইঁতে দেৱশৰ্ম্মাক নিজ পিতৃ স্বৰূপ জ্ঞান কৰিছিল। মৃত্যুৰ মুহূৰ্ত্তলৈ ভতিজাক ক্ষিতীশ আৰু দীনেশ দেৱশৰ্ম্মাৰ গাৰ লগতে ছা' হৈ আছিল। মাজু পিতাকৰ সোঁৱৰণত এওঁলোক আজিও মৰ্ম্মাহত।

অসমীয়া শিশু সাহিত্যৰ বুৰঞ্জীত দেৱশৰ্ম্মাৰ নাম সোণালী আখৰেৰে অংকিত হৈ ৰ'ব চিৰকাললৈ। দেৱশৰ্ম্মা মুখ্যত শিশু সাহিত্যিক। তেখেতৰ চিৰকুমাৰ ব্ৰতে জন্ম দিয়া শিশু প্ৰবৃত্তি আৰু নৈতিক আদৰ্শ বিজৰিত সংস্কৃত টোলৰ অধ্যয়নে তেখেতক স্বভাৱ শিশু সাহিত্যিক ৰূপে প্ৰতিষ্ঠা কৰাত সহায় কৰিলে। দেৱশৰ্ম্মাৰ আটাইখিনি লিখনিতে নৈতিকতাৰ জয়গান গোৱা হৈছে। এই সমূহ লিখনি শিশুৰ চৰিত্ৰ গঠনৰ ক্ষেত্ৰত পৰম সহায়ক।

কবি সাহিত্যিক সকলৰ চাল-চলন, আচাৰ ব্যৱহাৰতো বৈশিষ্ট্য বিৰাজে। সেইবোৰৰ পৰাও শিকিব লগীয়া বহুতো কথা থাকে। নীৰৱ সাহিত্যিক দেৱশৰ্ম্মা আছিল প্ৰকৃততে ধীৰ, স্থিৰ। পৰিস্কাৰ - পৰিপাটি আছিল তেখেত সকলো ক্ষেত্ৰতে। বগা ধুতী আৰু পাঞ্জাৱী চাৰ্টহে তেখেতে পৰিধান কৰিছিল। খোজ-কাটলতো আছিল তেখেত গুৰু-গম্ভীৰ। ৰাস্তাৰে খোজ কাঢ়ি গ'লে পিচফালৰ পৰা মানুহে তেখেতক ঘূৰি চাবলৈ বাধ্য হৈছিল। তেখেতে খুব কম আহাৰ খাইছিল। ক'ল আৰু এৰা গাখীৰ তেখেতৰ খুব প্ৰিয় আছিল। এই দুটা বস্তুৰ যোগান তেখেতে সদায় ৰাখিছিল। চাহ তেখেতে বেছি খাইছিল। বিড়ি আৰু মিক্‌চাৰো খাইছিল। কিন্তু এই দুটা বস্তু তেখেতে কোনেও নেদেখাকৈ ঘৰতে লুকাইহে খাইছিল। তেখেত খঙাল আছিল যদিও খং ভাৱক প্ৰকাশ নকৰি লুকাই ৰখাৰ চেষ্টা কৰিছিল।

শিশু সাহিত্যিক অনন্ত দেৱ শৰ্ম্মাৰ জীৱন কালত প্ৰকাশ হোৱা গ্ৰন্থৰ সংখ্যা পোন্ধৰখন। ইয়াৰে ৬ খন কবিতাৰ পুথি, ৮ খন গল্পৰ পুথি আৰু এখন অনূদিত গ্ৰন্থ। তেখেতৰ কবিতাৰ পুথি কেইখন হৈছে — ১। কৰণিৰ ফুল, ২। আলোকপথৰ যাত্ৰী, ৩। জোনাক বিচাৰি, ৪। ৰঙা ৰ'দ আনোঁগৈ ব'ল, ৫। মনফুলনি আৰু ৬। মালিকা।

"আলোক পথৰ যাত্ৰী" খন প্ৰাপ্ত বয়স্কৰ কাৰণে লিখা আৰু বাকী কেইখন শিশুৰ উপযোগীকৈ ৰচনা কৰা। অৱশ্যে "জোনাক বিচাৰি" আৰু "মালিকা"ত কেইটামান কবিতা চেমনীয়া সকলৰ উদ্দেশ্যে লিখা হৈছে। এইখিনি কথাও উল্লেখ কৰি থোৱা উচিত হব যে কিতাপ আকাৰে প্ৰকাশ কৰাৰ আগতে তেখেতৰ বহুতো লিখনি ইতিমধ্যে অসমৰ বিভিন্ন শিশু আলোচনী আৰু বাতৰি কাকতৰ শিশু শিতানত প্ৰকাশ হৈ গৈছিল।

১৯৬১ চনত প্ৰকাশ কৰা "কৰণিৰ ফুল" দেৱশৰ্ম্মাৰ প্ৰথম সৃষ্টি। সংস্কৃত পণ্ডিত দেৱশৰ্ম্মাৰ কবিতাত দুই এগৰাকী সংস্কৃত কবিৰ নীতিকথাও সোমাই পৰিছে বুলি কবিয়ে নিজেই স্বীকাৰ কৰি গৈছে। ভৰ্ত্তৃহৰিৰ নীতি শতক শ্লোকৰ আলমতো কবিয়ে

কবিতা ৰচিছে। বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱে কবিক এইখন কিতাপ ছপা কৰি উলিয়াবলৈ উপদেশ দিয়াৰ কথাও কবিয়ে উল্লেখ কৰিছে। কবিৰ কবিতাত আঁচু-ফুলৰ ভূমিকা গ্ৰহণ কৰা শিশু উপযোগী নীতি শিক্ষাবোৰ মন কৰিবলগীয়া।

"সমান থলত
জন্মিলেই নোহে
কদাপি সমান নৰ,
গুণৰ প্ৰভেদ
অনুসৰি হয়
এওঁ সৰু, তেওঁ বৰ।"
(বৰ আৰু সৰু)

কবিৰ ব্যক্তিগত আদৰ্শৰ উপৰিও ছন্দ-অনুপ্ৰাসেৰে কবিতাৰাজি অলংকৃত।

"অপমান অৱহেলা অনাদৰে যেৱে
ভাঙি দিব খোজে মোৰ হিয়া,
সান্ত্বনাৰ শান্তিজল দিবা ছটিয়াই
হৈ যাব একো নাইকিয়া।" (অনুৰোধ)

১৯৬৩ চনত প্ৰকাশ কৰা কবিৰ "জোনাক বিচাৰি" নামৰ কবিতা পুথিখনৰ ওপৰত সেই সময়ৰ শিশু আলোচনী "ৰদালি"য়ে অভিমত দিছিল এনেদৰে – "লিখক এজন চিন্তাশীল দাৰ্শনিক আৰু সূক্ষ্ম অনুভূতি থকা মানুহ। জগতখনৰ প্ৰতিটো কথাৰ প্ৰতি তেওঁ সজাগ আৰু সেইবিলাক অধ্যয়ন কৰি ফুৰে। মানুহৰ দোষ ক্ৰটী বোৰ কেনেকৈ আতঁৰাব পাৰে, মানুহৰ দুখ-দুৰ্গতি বিলাক কেনেকৈ গুচাব পাৰে আৰু এখন উন্নত সমাজ কেনেকৈ গঢ়ি তুলিব পাৰে – এই বিলাকেই তেওঁৰ দিনে নিশাৰ চিন্তা।" কবিৰ "জোনাক বিচাৰি"য়ে অসমীয়া কাব্য কাননত জোনাক ছটিয়াইছে। বহুতো কবিতাত কবিৰ স্বদেশ প্ৰেম প্ৰকাশ পাইছে। "শুনা অসমীয়া ভাই" নামৰ কবিতাত পৰ্ব্বত ভৈয়াম, জাতি-বৰ্ণ-ধৰ্ম্ম বিভেদ পাহৰি এক অসমীয়া জাতি গঢ়ি তুলিবলৈ কবিয়ে আহ্বান জনাইছে। আনহাতে কবিয়ে "অসমীয়া" কবিতাত অসমীয়ালোকৰ আপোনপেটীয়া, স্বাৰ্থ-পৰতা, ভিকহু-কানীয়া, অহংকাৰ, দলাদলি, খিয়লা-খিয়লি আদি দোষৰ বাবে ব্যঙ্গ বাণেৰে থকা - সৰকা কৰিছে। নিৰ্ভীক, স্পষ্টবাদী কবিয়ে গাইছে –

"সঁচা কলোঁ অসমীয়া বিষম নাপাবা,
পালেও নকৰো ভয় নিশ্চয় জানিবা।"

সামৰণিত কিন্তু আশাবাদী কবিয়ে আশা পোষণ কৰিছে এনেদৰে –

"আগবাঢ়া অসমীয়া, আগবাঢ়া আজি,
উঠক মিলন শঙ্খ সকলোতে বাজি।
আগবাঢ়া, আগবাঢ়া, আগবাঢ়া, আগ,
এক হোৱা, এক হোৱা, এৰি ভাগ-ভাগ।"

(অসমীয়া)

আত্ম প্ৰচাৰ মুঠেও ভাল নোপোৱা কবি গৰাকীৰ আত্ম লঘিমা প্ৰকাশ পাইছে কবিৰ 'কামনা' কবিতাত। এই কামনাই যেন কবিৰ ব্যক্তিগত জীৱনৰ কামনা।

"নালাগে নালাগে মোক জগত বিয়াপা খ্যাতি
কুবেৰৰ অতুল সম্পদ,
নালাগে কোনেও মোক গৌৰৱৰ মালা দিব
অভ্ৰভেদী বিশাল প্ৰাসাদ।
নিবিচাৰো ৰাজভোগ আনন্দ-বিলাস সুখ
তোষামোদ, প্ৰশংসা অপাৰ,
নালাগে উপাধি মোক ডাঙৰ বিষয় বাব
মন্ত্ৰিত্বৰ খিতাপ অসাৰ।
ইয়াকে কামনা কৰোঁ দুখিতৰ চকু পানী
পাৰোঁ যেন নিজে মচি দিব,
ভোকাতুৰ, শোকাতুৰ গৃহহীন সকলৰ
উপকাৰ সাধন কৰিব।
প্ৰাণ দিব পাৰো যাতে দেশৰ কল্যাণ সাধি
অকাতৰে জনতাৰ হকে,
জনতাৰ সেৱা কৰি মৰিলেও শান্তি পাম
বাঞ্ছা কৰোঁ এনে মৰণকে।"

(কামনা)

ইং ১৯৬৬ চনত প্ৰকাশ হোৱা তেখেতৰ "ৰঙা ৰ'দ আনোঁগে ব'ল" – নামৰ শিশু কবিতা পুথিখনে কবিৰ জীৱনলৈ যশস্যা কঢ়িয়াই আনে। এইখন কবিতা পুঁথিৰ

বাবে তেখেতে ভাৰত চৰকাৰৰ পৰা বঁটা লাভ কৰে। ১৯৬৮ চনত প্ৰকাশ পোৱা "মন ফুলনি" আৰু "মালিকা" — দুয়োখনেই উল্লেখযোগ্য শিশু কবিতাৰ পুঁথি।

দেৱশৰ্ম্মাৰ ভালেখিনি কবিতাত ৰোমান্টিক ভাৱে ভুমুকি মাৰিছে। কিন্তু কবিৰ সংস্কৃত সাহিত্যৰ নীতি শিক্ষা জনিত আদৰ্শৰ প্ৰলেপে ৰোমান্টিকতাক সম্পূৰ্ণ ৰূপে প্ৰকাশ কৰাত বাধাৰ সৃষ্টি কৰিছে। আমি দেৱশৰ্ম্মাৰ কবিতাত ৰোমান্টিকতাৰ লগত প্ৰাচীনতাৰ মধুৰ মিলনহে দেখিবলৈ পাওঁ।

দেৱশৰ্ম্মাৰ প্ৰকাশিত গল্পৰ কিতাপ আঠখন। সেয়া হ'ল — ১। কাচমণি, ২। জিৰণিৰ সাধু, ৩। মণি-মালা, ৪। লুচি পালন, ৫। গল্পৰ থুপি, ৬। জন্ম দিনৰ উপহাৰ, ৭। জোলোঙাৰ মেকুৰী, ৮। ওৰণিৰ তলৰ গোফ।

শিশু আৰু চেমনীয়া সকলৰ উদ্দেশ্যে লিখা দেৱশৰ্ম্মাৰ এই গল্প সমূহক — আখ্যানমূলক, ধৰ্ম্মীয়, সাধু, খুহুটীয়া গল্প, চুটি গল্প — আদি ভাগত ভাগ কৰিব পৰা যায়। কাচমনি, জিৰণিৰ সাধু আৰু মণিমালাৰ গল্পবোৰ গল্পকাৰে ৰামায়ণ, মহাভাৰত, পুৰাণ আৰু অইন প্ৰাচীন ভাৰতীয় গ্ৰন্থৰ পৰা কাহিনী বুটলি শিশুৰ উপযোগীকৈ ৰচনা কৰিছে। গল্প বোৰৰ জৰিয়তে গল্পকাৰে নীতি শিক্ষাৰ আভাস দিয়াৰো প্ৰয়াস কৰিছে। "লুচিপালন" — দেৱশৰ্ম্মাৰ ওঠৰটা খুহুটীয়া গল্পৰ সমষ্টি। 'লুচিপালন' — নামৰ গল্পটিত ককাদেউতাৰ নিশিপালনত লুচি খোৱাৰ তৃপ্তি প্ৰকাশ কৰি দেখুৱাইছে। 'গল্পৰ থুপি', 'জন্মদিনৰ উপহাৰ' আৰু 'জোলোঙাৰ মেকুৰী' — তেখেতৰ শিশু উপযোগী চুটি গল্পৰ কিতাপ। শিশু চৰিত্ৰক লৈ এইবোৰ লিখা হৈছে। গল্পবোৰৰ মাজত চিত্ৰৰ ব্যৱহাৰ কৰিও শিশু মনত পুলক জগাবলৈ বিচৰা হৈছে। চুটিগল্পবোৰৰ জৰিয়তেও লিখকে একোটা আদৰ্শ দাঙি ধৰিবলৈ বিচাৰিছে। — "আমাৰ ছোৱালীবোৰে কেৱল কাপোৰ কানি আৰু অলঙ্কাৰহে চিনি পায়, কিতাপ নিচিনে। তাইহতে কেৱল নিজক দেখনিয়াৰকৈ সজাবলৈহে ভাল পায়, কিতাপত থকা জ্ঞানৰ কথা পঢ়ি ভাল নেপায়", (জন্মদিনৰ উপহাৰ)" ওৰণিৰ তলৰ গোফ" — লিখকৰ জীৱন কালত প্ৰকাশিত শেষৰখন গ্ৰন্থ। হাস্য ৰসেৰেও গল্পবোৰ সিক্ত। কামৰূপী উপভাষাৰ ব্যৱহাৰ দেৱশৰ্ম্মাৰ গল্পৰ অন্যতম বৈশিষ্ট্য। প্ৰকাশ ভঙ্গী অতি সহজ, সৰল। গাঁৱলীয়া সমাজৰ বিশ্বাস, পৰম্পৰা, ৰূপকথা, প্ৰবাদ-পটন্তৰ আদিক মাৰ্জিত ভাষাৰে প্ৰকাশ কৰি এই গৰাকী সাহিত্যিকে জাতীয় সাহিত্য ৰচনা কৰি থৈ গৈছে।

অনুবাদ সাহিত্যতো দেৱশৰ্ম্মাই হাত ফুৰাইছিল। তেখেতৰ "চাণক্য শতক্" তাৰেই সাক্ষী। পণ্ডিত চাণক্যৰ "চাণক্য শতকম্"ৰ ১০০ টা শ্লোকৰ সাৱলীল অসমীয়া অনুবাদ দেৱশৰ্ম্মাৰ এই গ্ৰন্থ। মহাকবি কালিদাসৰ অমূল্য গ্ৰন্থৰাজি অসমীয়ালৈ অনুবাদ কৰাৰ সপোন ৰচিছিল যদিও তাক সম্পূৰ্ণ বাস্তৱত ৰূপায়িত কৰিব নোৱাৰিলে। শিশুৰ

বাবে নাটক আৰু উপন্যাস লিখাৰ যি পৰিকল্পনা, কৰিছিল নিষ্ঠুৰ নিয়তিয়ে তাকো সম্পূৰ্ণ কৰিব নিদিলে। শ্ৰীঅতসী দেৱী ছদ্মনাম লৈ এইগৰাকী সাহিত্যিকে "নতুন অসমীয়া"ৰ মহিলা চ'ৰাত এলানি ৰস-ৰচনাও লিখিছিল। তেখেতৰ দুখন গ্ৰন্থ আজিও অপ্ৰকাশিত অৱস্থাতে পৰি আছে। সেই দুখন হৈছে — ১। দেও লগা পিঠা, ২। দ'ৰা ৰ'ল বাঁহৰ চোপত। কৃতী শিক্ষক অনন্ত দেৱশৰ্ম্মা মঙ্গলদৈ অঞ্চলৰ সাহিত্য-সংস্কৃতি মূলক বিভিন্ন অনুষ্ঠানৰ লগত জৰিত আছিল। ইং ১৯৭৪ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ ৪১ তম্ মঙ্গলদৈ অধিবেশনৰ কবি সন্মিলনীত নৰিয়া দেহেৰে তেখেতে স্ব-ৰচিত কবিতা পাঠ কৰি শ্ৰোতাক মুগ্ধ কৰিছিল। অসম সাহিত্য সভাৰ ৬৫ তম্ হাজো অধিবেশনৰ শুভ ক্ষণত ৰামদিয়াৰ সন্তান এই গৰাকী নীৰৱ সাহিত্যিকক আমি শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছো। অসমীয়া ভাষা-সাহিত্য যেতিয়ালৈ জীয়াই থাকিব, অসমৰ শিশু সমাজ যেতিয়ালৈ বৰ্ত্তি থাকিব শিশু সাহিত্যিক অনন্ত দেৱশৰ্ম্মাৰ তেতিয়ালৈ মৃত্যু নঘটিব। কবিৰ ভাষাত —

"দেখা পাবা তোমালোকে<br>
মই লিখা কিতাপৰ<br>
পাতে পাতে মোক,<br>
তোমালোকলৈ লিখাঁ<br>
কবিতাৰ শাৰীয়ে শাৰীয়ে<br>
ইমানতে সামৰিলোঁ<br>
মৰম লবা'দে সকলোৰে।' (এখন চিঠি)



# হৰমোহন দাস

ড০ মঞ্জুমালা দাস

হৰমোহন দাসৰ নাম ল'লেই এগৰাকী শান্ত-সৌম্য, সুন্দৰ চেহেৰাৰ, সাত্বিক গুণসম্পন্ন মহৎপ্ৰাণ ব্যক্তিৰ ছবি এখন চকুৰ আগত ভাহি উঠে। এটা সৎ আদৰ্শ আৰু সৎ ইচ্ছা সমুখত ৰাখি সংযম, নিয়মানুবৰ্তিতাৰে এটা সুপৰিকল্পিত কৰ্মময় জীৱন যাপন কৰি এটা চুটি জীৱনতে মানুহে পৰিয়ালৰ বাবে, সমাজৰ বাবে, দেশৰ বাবে কিমান কাম কৰি যাব পাৰে তাৰ এটা সুন্দৰ দৃষ্টান্ত হৰমোহন দাসদেৱ। তেখেত একেধাৰে এগৰাকী কৃতী শিক্ষক, সুসাহিত্যিক, পাঠ্যপুথি প্ৰণেতা, নিঃস্বাৰ্থ সমাজসেৱক আৰু উদাৰ ধৰ্মপ্ৰাণ বৈষ্ণৱ আছিল।

হৰমোহন দাসদেৱৰ জন্ম হৈছিল ১৮১২ শকৰ ৭ আহাৰৰ (ইংৰাজী ১৮৯০ চনৰ ২০ জুন) দিনা কামৰূপ জিলাৰ প্ৰসিদ্ধ গুৱালকুছি গাঁৱত। জন্মৰ পঞ্চম দিনাই তেওঁ মাতৃস্নেহৰ পৰা চিৰদিনলৈ বঞ্চিত হ'ল। খ শ্ৰেণী পাওঁতেই পিতৃ ললিত মোহন দাসৰো মৃত্যু হয়। ধৰ্মপ্ৰাণ পিতৃ আৰু কুলগুৰু মায়ামৰা মহন্তৰ প্ৰভাৱ দাসদেৱৰ ওপৰত যথেষ্ট পৰিমাণে পৰিছিল। ১৯০২ চনত মাহে তিনি টকাকৈ জলপানী লৈ তেওঁ প্ৰাইমেৰী পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰপিছত ঘাটমাউৰা হৰমোহন দাসে গুৱাহাটীত থকা দাদায়েক সোণাৰামৰাজমেধিৰ ঘৰত থাকি পঢ়াশুনা কৰি মেট্ৰিকৰ দেওনাখনো সুকলমে পাৰ হ'ল। নানা আলে আহুকালৰ মাজেদি প্ৰাইভেটকৈ বি. এ. পৰীক্ষা দি এদিন স্নাতক হৈ ওলাল। কলেজত লঢ়া কালছোৱাত তেওঁ নানা অনুষ্ঠানৰ লগত জড়িত হৈ পৰিছিল। যেতিয়াই য'ত ধৰ্মলোচনী সভা আদি হৈছিল তেখেতে সেইবোৰত যোগ দিছিল আৰু ৰচনা আদিও পাঠ কৰিছিল।

চাকৰি জীৱনত হৰমোহন দাসদেৱে ডিব্ৰুগড়, গুৱাহাটী, তেজপুৰ আদি বিভিন্ন ঠাইৰ স্কুলত শিক্ষকতা কৰিছিল। তেজপুৰ মাইনৰ স্কুলৰ প্ৰধান শিক্ষক হৈ থকা কালছোৱাত স্কুলখনৰ সৰ্বাঙ্গীন উন্নতি দেখি স্কুল- পৰিদৰ্শক সকলে বৰ সন্তুষ্টি প্ৰকাশ কৰিছিল। তেওঁৰ আশাসুধীয়া যত্নৰ ফলতেই প্ৰতি বছৰে সেই স্কুলৰ ল'ৰাই বৃত্তি পাবলৈ ধৰিলে। সেই সময়তে তেওঁ ঢাকালৈ গৈ শিক্ষাদানৰ প্ৰশিক্ষণ লৈ আহিল। এই প্ৰশিক্ষণতো দাসদেৱ সুখ্যাতিৰে প্ৰথম বিভাগত উতীৰ্ণ হ'ল। ইয়াৰ পিছত তেওঁ গুৱাহাটীৰ মাণিক চন্দ্ৰ বৰুৱা মধ্য ইংৰাজী স্কুল, সোণাৰাম হাইস্কুল আৰু কটন

কলেজিয়েট হাইস্কুলত শিক্ষকতা কৰি চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ গুৱাহাটীৰ ডনবস্কো স্কুলৰ প্ৰধান শিক্ষক হৈছিল। কৃতিত্বেৰে শিক্ষকতা কৰি এই স্কুলৰ পৰাই ১৯৫৩ চনত শিক্ষকতাৰ কামৰ পৰা অৱসৰ গ্ৰহণ কৰে।

স্কুলৰ কামৰ পৰাহে দাসদেৱে অৱসৰ ল'লে, অন্যান্য কৰ্মক্ষেত্ৰত কিন্তু তেওঁ অধিক ব্যস্ততাৰে সোমাই পৰিল। ১৯৫৬ চনত তেওঁ বৃন্দাবনৰ থিয়লজিকেল বিশ্ববিদ্যালয়ৰ পৰা 'মাষ্টাৰ অব থিয়লজি' বা ধৰ্মাচাৰ্য্য উপাধি লাভ কৰে। বৈষ্ণৱ দৰ্শন সম্বন্ধে তেওঁৰ ব্যাপক অধ্যয়ন আৰু বিস্তৃত জ্ঞান আছিল।

দাসদেৱৰ কৰ্মবহুল জীৱনলৈ লক্ষ্য কৰিলে আচৰিত নহৈ নোৱাৰি। কিমান যে ৰাজহুৱা অনুষ্ঠান প্ৰতিষ্ঠান, সভাসমিতি আদিৰ লগত তেওঁ জড়িত আছিল তাৰ লেখ নাই তেজপুৰত থকা কালছোৱাৰ ভিতৰতে তেওঁ 'অফিচাৰ্চ কেম' খুলি তাৰ চেক্ৰেটেৰীৰ দায়িত্ব লৈছিল। মৃতপ্ৰায় অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদকৰ দায়িত্ব লৈ পুনৰ সঞ্জীৱীত কৰিছিল। ১৯২৯ চনত গুৱাহাটীত অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক আছিল। সেইসময়তে কামৰূপ অনুসন্ধান সমিতিৰ লগতো তেওঁ জড়িত আছিল। ১৯৩৩ চনত বৰোদাত আৰু ১৯৪১ চনত হায়দৰাবাদত বহা সদৌ ভাৰত প্ৰাচ্য সন্মিলনত কামৰূপ অনুসন্ধান সমিতিৰ প্ৰতিনিধি স্বৰূপে যোগ দিয়ে। ১৯৪৬ চনত গঠিত হোৱা গুৱাহাটীৰ 'মহাপুৰুষীয়া ধৰ্ম সমাজ'ৰ সম্পাদক, ১৯৪৭ চনত গঠন হোৱা 'অসম জাতীয় উৎসৱ সমিতি'ৰ সম্পাদক, ১৯৪৯ চনত স্থাপিত হোৱা গুৱাহাটীৰ শ্ৰীমন্ত শঙ্কৰ সংস্কৃতি আৰু সমাজ সেৱা প্ৰচাৰ সমিতিৰ যুটীয়া সম্পাদক ক্ৰমে হৰমোহন দাসদেৱেই আছিল। ক্ৰমাৎ জৰাজীৰ্ণ অৱস্থাপ্ৰাপ্ত হোৱা কোচবিহাৰৰ মধুপুৰ সত্ৰৰ পুনৰ নিৰ্মাণ কমিটীৰ সভাপতিৰ পদ গ্ৰহণ কৰিছিল বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াই আৰু সম্পাদকৰ দায়িত্ব বহন কৰিছিল হৰমোহন দাসদেৱে। ১৯৫৩ চনত তেওঁৰ ঘৰত ড০ সূৰ্য্যকুমাৰ ভূঞা, দেৱেন্দ্ৰ নাথ বৰা, অধ্যাপক চন্দ্ৰ নাথ কলিতা (বৰা), হৰিনাথ পাঠক চৌধুৰী, কমেলেশ্বৰ চলিহা, বিচিত্ৰনাৰায়ণ দত্তবৰুৱা, প্ৰসন্ন লাল চৌধুৰী প্ৰমুখ্যে কেইগৰাকীমান বিশিষ্ট ব্যক্তি গোট খাই এখন সভা পাতে। শ্ৰীমন্ত শংকৰদেৱৰ অমূল্য বাণী সমূহৰ বহুল প্ৰচাৰৰ উদ্দেশ্য লৈ এই সভাই জন্ম দিলে গুৱাহাটীৰ শ্ৰীমন্ত শঙ্কৰ কৃষ্টি বিকাশ সমিতিৰ। এই সমিতিৰ সভাপতি আছিল লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱা, সম্পাদকৰ দায়িত্ব বহন কৰিছিল হৰমোহন দাসদেৱে।

গাঁৱত জন্ম লাভ কৰি নগৰত শিক্ষা দীক্ষালৈ চাকৰিত সোমাই বহুতে ওপজা গাওঁখনক পাহৰি যায়। কিন্তু হৰমোহন দাস ইয়াৰ ব্যতিক্ৰম আছিল। গুৱালকুছি গাওঁখনক শিক্ষাক্ষেত্ৰত আগুৱাই নিবলৈ তেওঁ সততে যত্ন কৰিছিল। গুৱালকুছি গাওখনেও তেওঁক পাহৰা নাই। তাৰ প্ৰমাণ গুৱালকুছি গাঁৱৰ এখন প্ৰাথমিক স্কুলৰ নাম 'হৰমোহন দাস বিদ্যাপীঠ'। গুৱালকুছি হাইস্কুলখন স্থাপন হোৱাৰ গুৰিতো হৰমোহন দাসৰ অৰিহণা কোনেও পাহৰিব নোৱাৰে।

ইমানবোৰ ৰাজহুৱা আৰু সামাজিক কামত দেহে-কেহে লাগি থাকিও দাসদেৱে সময় উলিয়াই লৈছিল গ্ৰন্থ প্ৰণয়ণ কৰিবলৈ। এক বুজন পৰিমাণৰ গ্ৰন্থ তেওঁ লিখি থৈ গৈছে। তেওঁৰ ৰচিত পুথিসমূহ ঘাইকৈ দুটা ভাগত ভগাব পাৰি। এভাগ পঢ়াশলীয়া পাঠ্যপুথি আৰু আনভাগ ধৰ্মমূলক পুথি। ইয়াৰ বাহিৰেও অৱশ্যে দাসে গল্প, জীৱনী আদিও লিখিছিল। তেওঁ যি কামেই হাতত লৈছিল তাক নিষ্ঠা আৰু আন্তৰিকতাৰে সৈতে সম্পন্ন কৰিছিল। পাঠ্যপুথি লিখিবলৈ যোৱাৰ বিষয়ে দাসদেৱে নিজেই লিখি থৈ গৈছে– "ঢাকাৰ পৰা এল, টি, পাছ কৰি অহাৰ পিছত শিক্ষা প্ৰণালীৰ বহু অভিজ্ঞতা জন্মে। কলেজত যেনেকৈ শিকি আহিছিলো, তেনেধৰণে পঢ়ুৱাব পাৰিলে শিক্ষাৰ মান ভাল নহে নোৱাৰে। কলেজত শিকি অহা ধৰণে প্ৰতিটো বিষয়ৰ টোকা লিখি লিখি ছাত্ৰবিলাকত শ্ৰেণীত পঢ়ুৱাবলৈ ধৰিলো। পঢ়াওতে কোনো কোনো বিষয়ক পাঠ্যপুথিৰ বিষয়বোৰ অসম্পূৰ্ণ আৰু অসাৰ যেন লাগিল। বিশেষকৈ এঙ্গলো আছামিজ ট্ৰেন্স্লেছন, গ্ৰামাৰ আৰু কম্পজিছন এই বিষয় কেইটাৰ সম্বন্ধে মই দ'কৈ ভাবিবলৈ ধৰিলো। কেনেকৈ পঢ়ুৱালে ছাত্ৰহঁত বেছি উপকৃত হয়, সেই চিন্তাই মোক লগ নেৰা হ'ল। মই প্ৰতিটো বিষয়ৰে টোকা লিখি যাবলৈ ধৰিলো। য'তে ল'ৰাহঁতে বুজিবলৈ টান পায়, ত'তে সহজ ভাষাৰে বুজাবলৈ চেষ্টা কৰিলো, লগতে টোকা ৰাখি গ'লো। এইদৰে শ্ৰেণীত পঢ়ুৱাবলৈ কৰা টোকাবোৰ গোটালে এখন কিতাপ হ'ব পাৰে- এনেকুৱা ধাৰণা হ'ল।"

এম. চি. এম. ই. স্কুলত প্ৰধান শিক্ষক হৈ থকা সময়ত হৰমোহন দাস তেতিয়াৰ কাৰ্জন লাইব্ৰেৰীৰো গ্ৰন্থগাৰ আছিল। পুৱা-গধুলি তাত কাম কৰি থকা সময়ছোৱাত তেওঁ কিতাপ লিখিবলৈ আৰু চিন্তা- চৰ্চ কৰিবলৈ সুযোগ পালে। তেওঁ লিখা গ্ৰামাৰ, ট্ৰেনশ্লেছন, কম্পজিছন আদি এখন এখনকৈ স্কুলৰ পাঠ্যপুথি মনোনীত হ'ল। তেওঁ অসমীয়া আৰু ইংৰাজীত লিখা স্কুলীয়া পাঠ্যপুথিৰ সংখ্যা বত্ৰিশখন। ল'ৰা -ছোৱালীক প্ৰকৃত শিক্ষা দিয়াটোৱেই যেন দাসদেৱৰ জীৱনৰ এটি পবিত্ৰ ব্ৰত আছিল আৰু এই ব্ৰত সফলো হৈছিল।

হৰমোহন দাসে ৰচনা কৰা ধৰ্মমূলক পুথিসমূহ হ'ল - শ্ৰীকৃষ্ণ, শ্ৰীক্ষেত্ৰ, মহাপুৰুষ, জন্মোৎসৱ, শ্ৰীমন্ত শঙ্কৰৰ একশৰণ নামধৰ্ম, মিনতি, নীতি, জন্মাষ্টমী, শ্ৰীমন্ত শংকৰ, শ্ৰীমন্ত শঙ্কৰৰ অৱদান, Contribution of Srimanta Sankardeva, Sankardevea a study আৰু Janmastami and Bhakti Cult ইয়াৰ বাহিৰেও তেওঁ এটি মহৎ কাম সম্পাদন কৰে। অসমৰ নামঘৰৰ মণিকূটৰ পৰা মহাপুৰুষ মাধৱদেৱ বিৰচিত 'নামঘোষা'খন উলিয়াই আনি সদৌ ভাৰতবাসীয়ে বুজিব পৰাকৈ অসমীয়া, হিন্দী আৰু ইংৰাজী অনুবাদেৰে সৈতে সম্পাদনা কৰি প্ৰকাশ কৰে। মহাপুৰুষ শংকৰদেৱ আৰু শংকৰদেৱৰ দ্বাৰা প্ৰবৰ্তিত ভাগৱতী বৈষ্ণৱ ধৰ্মৰ ওপৰত সহজ সৰল ভাষাৰে, সকলোৱে বুজিব পৰাকৈ ৰচনা কৰা দাসদেৱৰ পুথিকেইখনে যথেষ্ট আলোকপাত কৰিছে।

'মহাপুৰুষ' পুথিখনত শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আৰু হৰিদেৱৰ জীৱনী থুপতে লিখা হৈছে। "মহাপুৰুষসকলৰ আদৰ্শ সকলোৰে অনুকৰণীয়া। মহাপুৰুষসকলৰ মহৎ গুণাৱলী শ্ৰৱণ কীৰ্ত্তন কৰিলে মন- প্ৰাণ পবিত্ৰ আৰু উন্নত হয়। তেওঁলোকৰ হিয়াৰ বিশালতা, ভাবৰ সৰলতা, মনৰ একাগ্ৰতা, হৃদয়ৰ ধৰ্মতৃষ্ণা অপূৰ্ব ভগবদ ভৰসা, বাক্যৰ সততা, বিচাৰৰ ন্যায়পৰায়ণতা, অন্তৰৰ বদান্যতা, দয়া দাক্ষিণ্য আদিৰ মহৎ গুণবিলাকে অল্পমতি মানুহৰ মন উজ্জ্বল আৰু পোহৰ কৰে।' মহাপুৰুষৰ মহৎ জীৱনে মানুহৰ অন্তৰত জ্ঞানৰ পোহৰ অকণ পেলাব পাৰিব বুলিয়েই দাসদেৱে 'মহাপুৰুষ' পুথিখনি লিখিছিল। পুথিখনিত 'অসমত বৈষ্ণৱ ধৰ্ম' আৰু 'অসমীয়া সাহিত্যত শ্ৰীশংকৰ-মাধৱৰ স্থান' শীৰ্ষক দুটি ভাব গধুৰ প্ৰবন্ধ সন্নিবিষ্ট কৰি সামৰণিত মহাপুৰুষসকলে কেনেকৈ অসমত সাম্য মৈত্ৰীৰ উদঘাটন কৰিলে, ধৰ্ম বিলালে, মানুহক নৈতিক আধ্যাত্মিক শিক্ষা দিলে, ধৰ্ম- শিক্ষা লোৱাত নৰ-নাৰী উভয়ৰে থকা অধিকাৰ দেখুৱাই গ'ল ইত্যাদি মহাপুৰুষসকলৰ জীৱনৰ সুমহান কীৰ্তিসমূহ জুকিয়াই আলোচনা কৰিছে।

'শ্ৰীমন্ত শংকৰৰ একশৰণ নামধৰ্ম নামৰ পুথিখনিত মহাপুৰুষ শংকৰদেৱে প্ৰবৰ্তন কৰা একশৰণ নাম ধৰ্মনো কি তাকেই কীৰ্তন দশম, ভাগৱত গীতা আদিৰ পৰা উদ্ধৃতি দি বুজোৱা হৈছে। শংকৰদেৱৰ প্ৰবৰ্তিত মহাভাগৱতী বৈষ্ণৱ ধৰ্মৰ মূলধাৰা হ'ল ভগবান শ্ৰীকৃষ্ণ নিৰাকাৰ, নিৰঞ্জন, অৰ্ন্তযামী কৃপাময় ভগবানৰ নাম কীৰ্তন, স্মৰণ কৰি একান্তমনে তেওঁৰ চৰণত আশ্ৰয় লোৱাই প্ৰকৃত পথ। সৰল- শুদ্ধ অন্তঃ কৰণেৰে কাকুতি-মিনতি কৰি তেওঁৰ চৰণত আত্মসমৰ্পণ কৰাই হৈছে একশৰণ। ভগবান শ্ৰীকৃষ্ণত একশৰণ ল'লে আন দেৱ দেৱীৰ পূজা- আৰাধনা নকৰাকৈয়ে মায়াৰ হাত সাৰি পৰম শান্তি লাভ কৰিব পাৰি। এই কথাকে মহাপুৰুষ শংকৰদেৱে একশৰণ নামধৰ্মৰূপে জগতত প্ৰচাৰ কৰি কেনেকৈ জীৱ উদ্ধাৰৰ উপায় উলিয়াইছিল তাকেই এই সৰু পুথিখনিত সহজ সৰল ভাষাৰে আলোচনা কৰা হৈছে।

'শ্ৰীমন্ত শংকৰৰ অৱদান' নামৰ পুথিখনত অসমৰ ধৰ্ম, সমাজ আৰু জাতীয় জীৱনলৈ মহাপুৰুষজনাৰ বহুমূলীয়া অৱদানৰ কথাই উল্লেখ কৰিছে। এই পুথিখনৰ আৰম্ভণিতে দাসদেৱে লিখা কথাকেইষাৰ উল্লেখনীয় -" বৰ্তমান সমাজে বিচাৰে ন্যায়, নৈতিকতা, মানৱ ধৰ্ম; বিচাৰে জনশিক্ষা, জনসেৱা, মিলিত প্ৰাৰ্থনা, অস্পৃশ্যতা বৰ্জন; বিচাৰে গাওঁ সংগঠন, সমবায় সমিতি, লোকতান্ত্ৰিক ৰাজনীতি। শ্ৰীমন্ত শংকৰে মানৱ অন্তৰে বিচৰা এই সকলো কথা ধৰ্মৰ জৰিয়তে সত্ৰানুষ্ঠানৰ মাজেৰে প্ৰকাশ কৰি গৈছে।" অসমীয়া জাতিলৈ গুৰুজনাৰ বহুমূলীয়া অবদানৰ বিষয়ে কৈ শেষ কৰিব নোৱাৰি। তথাপি এই ক্ষুদ্ৰ পুথিখনিত এটি প্ৰবন্ধৰ আকাৰত অসমৰ ধাৰ্মিক, আধ্যাত্মিক, নৈতিক আৰু সামাজিক জীৱনলৈ শ্ৰীমন্ত শংকৰৰ অৱদান ধৰ্ম শাস্ত্ৰৰ উদ্ধৃতিৰে সৈতে মনোগ্ৰাহীকৈ জুকিওৱা হৈছে।

হৰমোহন দাসদেৱে ইংৰাজীতে লিখা পুথিকেইখন হায়দৰাবাদ, আহমেদাবাদ, আন্নামালয়ত অনুষ্ঠিত হোৱা প্ৰাচ্য সম্মিলনত পাঠ কৰা হৈছিল।

হৰমোহন দাসদেৱৰ 'মানৱ জ্যোতি' আকাৰত সৰু কিন্তু ভাবত গধুৰ এখন বিশিষ্ট পুথি। এই পুথিখনি ৰচনা কৰা হৈছিল অসম সাহিত্য সভাৰ সপ্তদশ বাৰ্ষিক অধিৱেশন উপলক্ষে। জগতখন বৈচিত্ৰময়। কিন্তু এই বৈচিত্ৰৰ মাজতো ঐক্য উপলব্ধি কৰিছে বহুদৰ্শী জ্ঞানীসকলে। বৈষম্যৰ মাজত সাম্যভাৱ উপলব্ধি কৰিব পৰাটোৱেই প্ৰকৃত মানৱতা। জ্ঞানীলোকে আত্মবৎ সৰ্বভূতেষু ভাৱৰদ্বাৰা সমদৃষ্টি আৰু সমজ্ঞান লাভ কৰে। এনে দিব্যদৃষ্টি আৰু জ্ঞান লাভ কৰিব পাৰিলেই পৃথিৱীত শান্তিৰ বিমল আনন্দ দেখা যায়। জগতময় শান্তি বিস্তাৰৰ উপলব্ধি হ'লে মানৱ অন্তৰত বিমল জ্যোতিৰ প্ৰসাৰ কেনেকৈ হয়, জ্যোতিৰ প্ৰভাৱত কেনেকৈ সাম্যভাৱৰ উদয় হয়, জ্যোতি আৰু সাহিত্যৰ সম্বন্ধ কি, এই জ্যোতিৰ অনুশীলন কেনেকৈ কৰিব পাৰি এইবোৰ বিষয়ৰে আলোচনা পুথিখনত বেলেগে বেলেগে কৰা হৈছে।

'সাহিত্যতত্ত্ব' সাহিত্যৰ ভাৱ, গুণ, ৰস, ছন্দ, লক্ষণ, অলংকাৰ আদিৰ ওপৰত ৰচনা কৰা এখন লাগতিয়াল পুথি। দুয়োটা অধ্যায়ত সাহিত্যৰ বিভিন্ন তত্ত্বসমূহ উদাহৰণেৰে সৈতে সংজ্ঞা নিৰ্ণয় কৰি যথাসম্ভৱ উজুকৈ বুজোৱা হৈছে।

'শ্ৰীমন্ত শংকৰ' হৰমোহন দাসে প্ৰণয়ন কৰা এখনি মূল্যবান গ্ৰন্থ। মহাপুৰুষজনাৰ পাৰ্থিৱ, আধ্যাত্মিক আৰু পাৰমাৰ্থিক লীলাৰে পুথিখনি আৰম্ভ কৰি কীৰ্তন, দশম, গীতা ভাগৱত আদি ধৰ্মশাস্ত্ৰৰ উদ্ধৃতিৰে শংকৰী ধৰ্মনো কি, এই ধৰ্মৰ মূলকথা, গুৰু, দেউ, নাম, ধৰ্ম, শৰণ ভজন, একশৰণ নামধৰ্ম নৱিধ ভক্তি মহাপুৰুষীয়া ধৰ্মৰ বিশেষত্ব আৰু সত্ৰ অনুষ্ঠানৰ বিষয়ে লিখি শেষৰ ফালে শ্ৰীমন্ত শংকৰৰ সাহিত্যিক প্ৰতিভাৰ আলোচনা কৰা হৈছে। শংকৰদেৱৰ ৰচনাৱলীৰ তালিকা আৰু সংক্ষেপতে সেইবোৰৰ সাৰমৰ্ম কৈ বিবিধ পুথিৰ ছন্দ অলঙ্কাৰৰ পৰিচয় উদাহৰণেৰে সৈতে বুজোৱা হৈছে।

'পঞ্চতীৰ্থ' আৰু 'অদ্ভুত গল্প' দাসদেৱৰ দুখন গল্পপুথি। 'পঞ্চতীৰ্থ' টলষ্টয়ৰ গল্পৰ ছাঁ লৈ লিখা পাঁচটি গল্পৰ সমষ্টি। বিদেশী গল্পৰ ছাঁ লৈ লিখিলেও গল্পকেইটিৰ চৰিত্ৰ, পৰিৱেশ, পটভূমি সকলো অসমীয়া। 'অদ্ভুত গল্প'খনো দেশ-বিদেশৰ গল্পৰ ছাঁ লৈ ৰচনা কৰা। গল্পকেইটিৰ অন্তৰালত একোটি শিকিবলগীয়া আদৰ্শ আছে। যেনে, মাতৃসেৱাৰ বলত মানুহে কিমান উন্নতি কৰিব পাৰে (অদ্ভুত ল'ৰা), ধাৰ্মিক আৰু দয়ালুলোকে পৰৰ হিতৰ অৰ্থে কেনেকৈ নিজৰ জীৱন পৰ্য্যন্ত দান কৰিব পাৰে (অদ্ভুত ৰজা), ক্ষমাই পৰম ধৰ্ম, অহিংসাই পৰমনীতি (অদ্ভুত ভুত) ইত্যাদি।

'সাধু বুদৰাম মহন্ত' এখনি জীৱনী পুথি, শুৱালকুছি গাওঁৰ হাটীসত্ৰৰ অধিকাৰ সাধু বুদৰাম মহন্তৰ সৎ জীৱনৰ সৎ কাৰ্য্যৱলী পাঠ কৰি ৰাইজে যাতে সৎসঙ্গ লাভৰ আনন্দ পাব পাৰে সেই উদ্দেশ্য আগত ৰাখিয়েই পুথিখন ৰচনা কৰা হৈছে।

আগতেই কৈ অহা হৈছে যে হৰমোহন দাসদেৱৰ এটি মহৎ কীৰ্ত্তি হ'ল মহাপুৰুষ মাধৱদেৱৰ 'নামঘোষা' পুথিখন হিন্দী আৰু ইংৰাজী অনুবাদেৰে সৈতে সম্পাদনা কৰি প্ৰকাশ কৰা। অনুবাদ কৰাৰ উপৰিও স্থান বিশেষে বিভিন্ন ধৰ্মশাস্ত্ৰৰ উদ্ধৃতিসমূহেৰে গ্ৰন্থখনিৰ সৌষ্ঠৱ বঢ়োৱা হৈছে। গ্ৰন্থখনিৰ 'আগকথ'ত তেতিয়াৰ ভাৰতৰ উপৰাষ্ট্ৰপতি, বিশ্ব বিখ্যাত দাৰ্শনিক পণ্ডিত ড০ সৰ্বপল্লী ৰাধাকৃষ্ণণে লিখিছিল - "We are indebted to Sri Hara Mohan Das for this fine rendering which includes the Assamese original and English and Hindi translations. The editor has also given where necessary, valuable references to the religious classics of India. I hope the book will be read widely and its lessons assimilated."

বৃন্দাবনৰ বৈষ্ণৱ থিওলজিকেল বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাতা ভক্ত-প্ৰাণ বন মহাৰজাই হৰমোহন দাসক অশীৰ্বাদ দিছিল। এইদৰে—"The Nam-Ghosha is a great work - the outpouring of the pure heart of a great spiritual saint, and it is a work for which every child of Assam Can be rightly proud of. May the Supreme Lord Sri Krishna bless you profusely for this noble act of your translating the Nam-Ghosha into English and Hindi".

হৰমোহন দাসদেৱে ৰচনা কৰা গ্ৰন্থসমূহৰ সেইবোৰ ধৰ্মপুথিয়েই হওক বা জীৱনীয়েই হওক, নীতি শিক্ষা বিষয়ক পুথিয়েই হওক বা গল্পপুথিয়েই হওক, বিষয়বস্তু সমূহেই সূচায় কি এক মহৎ আদৰ্শ আৰু লক্ষ্য আগত ৰাখি পুথিসমূহৰ ৰচনা কৰা হৈছিল। অসমৰ ৰাইজক, অসমৰ উঠি অহা ল'ৰা ছোৱালীক ধাৰ্মিক-আধ্যাত্মিক, সামাজিক-নৈতিক সৎ শিক্ষাৰ দীপ্তিময় পথৰ সন্ধান দি জীৱন মঙ্গলময়, শান্তিময় আৰু সুন্দৰ কৰাৰ এক সদিচ্ছা প্ৰকাৰান্তৰে লেখকৰ ৰচনাৰাজিৰ অন্তৰালত বিদ্যমান। কৰ্ম আৰু জ্ঞান অৰ্জ্জনৰ নীৰৱ সাধনত আজীৱন ব্ৰতী, এইগৰাকী লোক হিতৈষী মহানুভৱ পুৰুষৰ জীৱনৰ অৱসান ঘটে ১৯৫৭ চনৰ 20 ফেব্ৰুৱাৰীৰ দিনা গুৱাহাটীৰ পাণবজাৰস্থ নিজা বাসভৱনত।



# স্বামী কৃষ্ণপুৰী পৰিব্ৰাজক

**বাসুদেৱ ভৰালী**

.......................... স্বামীজী। আপোনাৰ শৰীৰটো অকল আপুনিয়ে দাবী কৰিব নোৱাৰে। এই পবিত্ৰ শৰীৰ অসম তথা মানব জাতিৰে অধিকাৰ আছে। আমি অসমীয়াই আপোনাৰ পৰা বহুত পাবলৈ আশা কৰিছোঁ। ........ (ড° সূৰ্য্য কুমাৰ ভূঞা)

সময়ে সময়ে এই বিশ্বৰ বুকুত এনে কালজয়ী পুৰুষৰ জন্ম হয়, যিজনে নিজ প্ৰজ্ঞা আৰু মেধাৰে স্বমহিম্বিৰূপত প্ৰতিষ্ঠিত হৈ জগত-জীৱৰ কল্যাণ সাধন কৰে, আয়ুস-ৰেখাৰ ভিতৰত বন্দী তেওঁলোকৰ জীৱনতকৈয়ো কীৰ্তি হয় অজৰ-অমৰ। সেই প্ৰজ্ঞা-মেধা জ্যোতিৰে তেওঁ হয় যুগৰ প্ৰতিভূ - নৱপ্ৰজন্মৰ পথৰ পাথেয়। ধৈৰ্য্য, কষ্টসহিষ্ণুতা, মহানুভৱতা আৰু জনকল্যাণৰ তেওঁ, যেন এক অক্ষয় মূৰ্তি - যুগসাক্ষী। এওঁলোকেই আমাৰ চিৰ নমস্য, চিৰ আৰাধ্য প্ৰেৰণাৰ উৎস। এনে এগৰাকী ৰিপুঞ্জয়ী, কালজয়ী মহাপুৰুষ বৈষ্ণৱাচাৰ্য শ্ৰীমৎ স্বামী কৃষ্ণপুৰী পৰিব্ৰাজক।

ঐতিহ্যমণ্ডিত সোণালীসূঁতাৰ দেশ শুৱালকুছিত (মাজতোল) ১৮২১ শকাব্দ ২৫ পুহ শুক্লপক্ষৰ নৱমী তিথি মঙ্গলবাৰে বগাৰাম দাসৰ ঔৰসে বসুন্ধৰী দেৱীৰ গৰ্ভত শ্ৰীমৎ স্বামী কৃষ্ণপুৰী পৰিব্ৰাজকে জন্ম গ্ৰহণ কৰি সমগ্ৰ শুৱালকুছিবাসীক গৌৰৱান্বিত কৰে। তেখেতৰ কোষ্ঠীগত নাম ৰাম দাস, গুপ্তনাম লক্ষ্মীৰাম দাস আৰু ব্যক্ত নাম আদিত্য মোহন দাস। বহুগুণীপুৰুষ আদিত্য মোহন আছিল কবি, ধৰ্মজ্ঞ, দাৰ্শনিক, নাট্যকাৰ, শিল্পী আৰু স্বনামধন্য সাহিত্যিক। এইজনা পুৰুষে সাহিত্যৰ সংস্কৃত-সাগৰত বুৰ মাৰি নিজকে ধন্য মানিছিল।

নিজৰ ধৈৰ্য্য আৰু কষ্টসহিষ্ণুতাৰ গুণত প্ৰতিভাই পাখা মেলিছিল। পাঠশালা স্কুলৰ পৰা সুখ্যাতিৰে বৃত্তি লাভ কৰি প্ৰত্যেক শ্ৰেণীতে প্ৰথম হোৱাৰ উপৰিও গুৱাহাটীৰ কটন কলেজিয়েট হাইস্কুলৰ পৰা এনট্ৰেন্স পৰীক্ষা পাছ কৰি কটন কলেজত ভৰ্তি হৈছিল। শুৱালকুছিৰ সংস্কৃত টোলত চাৰি বছৰৰ ঠাইত আঠমাহতে ৰত্নমালা ব্যাকৰণ অতি দক্ষতাৰে পাছ কৰি এক আদৰ্শ ৰোপন কৰিছিল। শাস্ত্ৰ অধ্যয়ণ আৰু যোগসাধনত সমভাৱে ব্ৰতী হৈ এফালে যোগশাস্ত্ৰৰ পদ্মাসন, সিংহাসন, ৰেচক, পূৰক,

কুম্ভকৰ যোগে প্ৰণায়ম কৰি উশাহ-নিশাহ সুস্থিৰ অৱস্থালৈ আনিব পাৰিছিল আৰু আনফালে শঙ্কৰ, মাধৱ, দামোদৰ, হৰিদেব গুৰুৰ ধৰ্মীয় আদৰ্শই বিশেষকৈ শঙ্কৰগুৰুৰ আদৰ্শই ৰেখাপাত কৰাৰ ফলপ্ৰসূ হিচাপে জাত-কুলৰ বিচাৰ নকৰি সত্ৰ সংস্কৃতিৰ ওপৰত গুৰুত্ব দিলে। ফল স্বৰূপে অবিভক্ত কামৰূপৰ ৰামদিয়া, কালাগ, সৰ্থেবাৰী, শিয়াঁলমাৰী, ন-নৈ, উদয়পুৰ, হচং, ন-খতি, উত্তৰ গুৱাহাটী, শিঙিমাৰী, ৰামপুৰ, সৰপাৰা ইত্যাদি স্থানত তেখেতে নানা সংঘাত, বিপদ-আপদৰ মাজেৰে জীৱনজোৰা সাধনাত ব্ৰতীহৈ ঈশ্বৰ কৃষ্ণত মন অৰ্পণ কৰি ভগৱানৰ নাম-মহিমা প্ৰচাৰ কৰে ঃ

"নামে সে জীৱন, নামে সে তৰণ, নামে সে পৰম গতি।
নামে সে বান্ধৱ, নামে সে মাধৱ, নাম ত্ৰিজগতৰ পতি।।"

আঁদিত্য মোহনে সাহিত্য লিখাৰ অন্য এক প্ৰেৰণা পাইছিল হৰিদ্বাৰত থকা শ্ৰীমৎ স্বামী ভোলাপুৰীৰ পৰা যিজনে বশিষ্টাশ্ৰমত তেখেতক দীক্ষা-মন্ত্ৰ প্ৰদান কৰিছিল। তেতিয়াৰপৰা আদিত্যমোহনৰ নাম হ'ল শ্ৰীমৎ স্বামী কৃষ্ণপুৰী পৰিব্ৰাজক। দীক্ষাপৰ্ব সমাপ্ত কৰি স্বামী ভোলাপুৰী পৰশু কুণ্ডলৈ বুলি যাত্ৰা কৰে।

ৰামদাসৰ মাতৃ বসুন্ধৰীয়ে শুৱালকুছিৰ নিজ গৃহত উৰ্বশী দেৱীৰ লগত অশেষ চেষ্টা কৰিও দাসক বিবাহপাশত আৱদ্ধ কৰাব নোৱাৰিলে। কৃষ্ণভক্ত আদিত্যমোহন তেতিয়াৰ পৰা পৰিব্ৰাজক হ'ল। তেখেতে অসমতে নহয় ভাৰত, ভূটান, নেপাল ভ্ৰমণ কৰি ধৰ্মজগতত এক খ্যাতি বিস্তাৰ কৰি গৈছে। সত্ৰসমূহৰ ভিতৰত শিঙিমাৰী আৰু দক্ষিণ কামৰূপৰ সৰপাৰাই আছিল মুখ্যতম সত্ৰ। কৃষ্ণপুৰীৰ শিষ্যসকলৰ যদি এখন তালিকা প্ৰস্তুত কৰা যায় চাৰে তিনিশৰ কম নহব সেই সময়ত। এতিয়া শতবৰ্ষৰ সময়ত অগণন হ'ল।

স্বামী কৃষ্ণপুৰী পৰিব্ৰাজকৰ সাহিত্যক জীৱন স্বাক্ষৰ হ'ল - 'আদিত শিক্ষা', 'ব্ৰহ্মচৰ্যবোধ' আৰু সংস্কৃত গীতা'ৰ উপৰিও 'বিশুদ্ধ শ্ৰীশ্ৰীভগৱান গীতা', 'শ্ৰীশ্ৰীশঙ্কৰদেৱ স্তোত্ৰ ৰত্নাৱলী', 'অমৃত ঘোষা', 'ব্ৰহ্মবাণী', 'শ্ৰীশ্ৰীশঙ্কৰদেৱৰ অষ্টোত্তৰ শতনাম', 'কৌৰৱ গীতা', 'মন বোধিনী গীত', 'দুষ্টামি পুৰাণ', 'মহাকাব্য', 'লক্ষ্মী কাহিনী', 'দুৰ্গা কাহিনী', 'সৰস্বতী কাহিনী', 'মুঠাগীত', 'পিতৃ-মাতৃ তৰ্পণ বা শ্ৰাদ্ধ', 'প্ৰাৰ্থনা', 'শ্ৰীকৃষ্ণৰ জন্মাষ্টমী', 'পাচতি বা নন্দ উৎসৱ (নাট্য', 'সাগৰ মন্থন যাত্ৰা', 'সৰুগীত', 'বালিৰ নাম বা ৰাসক্ৰীড়া নাম', 'ভক্তি-মণি-মালা', 'ভক্তি-প্ৰেমমালা', 'বেদবাণী', 'শ্ৰীশ্ৰীঘোষামৃত (অসমীয়া শ্লোক)', 'নাম-কীৰ্তন', 'আইৰ নাম', 'বাৰগোপাল ওলোৱা-গীত', 'দৌল যাত্ৰা', 'পাঠসেৱা', 'নিয়মাৱলী বা আইন', 'প্ৰথমখণ্ড নিষ্পতি', 'ভক্তি বাৰ্ত্তা', 'অভেদ কৱচ', 'টংকাৰী জাতিৰ ইতিবৃত্ত' ইত্যাদি ঘোষা-গীত নাট।

আনফালে কৃষ্ণপুৰীদেৱ অকল সাহিত্যিকেই নহয় এজন সুন্দৰ খনিকৰো আছিলঃ নাম ঘৰৰ অভ্যন্তৰ ভাগত চাৰিগুৰু প্ৰসঙ্গ - শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আৰু হৰিদেৱ এই চাৰি জনাই অক্ষৰ অশ্বত্থ বৃক্ষৰ গুৰিত ভগৱান কৃষ্ণৰ প্ৰসঙ্গকৰা, জগতগুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ চতুৰ্ভুজ ৰূপে মাজত দণ্ডায়মান, যমলোক সিংহাসনত মৃত্যুপতি, সৎলোকৰ সদগতি আৰু পাপীলোকৰ যম দূতৰ দ্বাৰা কঠোৰ শাস্তি প্ৰদান, শ্ৰীকৃষ্ণৰ বৃন্দাৱন লীলা, গোবৰ্দ্ধন পূজা, ৰামকৃষ্ণই দাম সুদাম আদি বন্ধুৰ সৈতে ধেনু চাৰিছে, ব্ৰহ্মাৰ হংস জানত বিশ্ব নিৰীক্ষণ, অজামিলৰ বৈকুণ্ঠ প্ৰয়াণ, নাৰায়নৰ অনন্ত নাগৰ কোলাত শয়ন, গড়ুৰ আৰু হনুমান এই দুই মহাভক্তই হাতজোৰকৈ আছে, দশ অৱতাৰ, নৈমিষাৰণ্য, গঙ্গাতীৰ্থ, কুৰুক্ষেত্ৰ, ননী চোৰ কৃষ্ণ, কুবলয় বধ, বিপ্ৰদামোদৰ, কেশীবধ, কালীনাগৰ দৰ্পচূৰ্ণ, জগন্নাথৰ মূৰ্তি, জ্যোতিস্ময়ৰূপে জগতগুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ, জাম্বৱতীৰ শ্ৰীকৃষ্ণক স্বামীবৰণ ইত্যাদি কাঠত কাটি চালে চকুৰোৱা কৰিছিল। চিত্ৰসমূহ কৃষ্ণপুৰীৰ এক প্ৰতিভাৰ স্মাক্ষৰ।

'সৰপাৰা সত্ৰ'ৰ ভকতবৃন্দই শিশুসকলৰ বাবে সজা জ্ঞানৰ মন্দিৰ 'কৃষ্ণপুৰী বিদ্যাপীঠে' কৃষ্ণপুৰীৰ মণিষাৰ জয়গান গাই আছে। তেখেতৰ জন্মোৎসৱ উপলক্ষে পতা বিৰাট ধৰ্মালোচনী সভাসমূহত অসমৰ বিশিষ্ট ব্যক্তি ভক্তপ্ৰাণ প্ৰসন্ন নাৰায়ণ চৌধুৰী, সাহিত্যিক দৈৱ চন্দ্ৰ তালুকদাৰ, শিক্ষাবিদ অৱলাকান্ত গোস্বামী, প্ৰফেচৰ চন্দ্ৰনাথ কলিতা, প্ৰফেচৰ উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, পদ্মকান্ত মহন্ত, সমাজকৰ্মী দেবেন্দ্ৰ চন্দ্ৰ চৌধুৰী, প্ৰফেচৰ পূৰ্ণচন্দ্ৰ মজুমদাৰ আদিয়ে আলঙ্কৃত কৰিছিল। আনকি কৃষ্ণপুৰীৰ অসুখৰ সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য ড০ সূৰ্য্য কুমাৰ ভূঞাঁ, জোৱাই ভাৰত চন্দ্ৰ দাস আৰু দুহিতা শীতলা দাসে সৰপাৰা সত্ৰত উপস্থিতহৈ চোৱা-চিতা কৰিছিল। হস্পিটেলত ড০ ভূএঞাঁক বাদেও ড০ মহেশ্বৰ নেওগ, শিল্পী যুগল চন্দ্ৰ দাস আদি খ্যাতনামা পুৰুষসকলে চিকিৎসাৰ তত্বাৱধান লৈছিল।

সৰপাৰা সত্ৰত কৃষ্ণপুৰীৰ বেলা অৱসানৰ সময়ত ৰামপুৰ, বৰদুৱাৰ, আমতোলা, ৰাণী, ছয়গাঁও, লোহাৰ ঘাটৰ শিষ্য প্ৰশিষ্যই ভৰি পৰিল। তেখেতৰ প্ৰপন্ন শিষ্য নৰেন্দ্ৰ নাথ চৌধুৰীৰ তত্বাৱধানত সত্ৰৰ কৰ্মসমূহ সুকলমে চলিছিল। গুৰু কৃষ্ণপুৰীৰ চোৱা-চিন্তাও তেখেতৰ নেতৃত্বত হৈছিল। দেহা অৱসানৰ আগেয়ে ভক্তবৃন্দক গুৰু কৃষ্ণপুৰীয়ে "মই মৰিলে দাহন নকৰি নিমখ দি গাঁতত সমাধি কৰি ৰাখিবা" বোলা অন্তিম ইচ্ছা আৰু আদেশ পালন কৰি প্ৰভুক দাহন নকৰি সমাধিস্থ কৰা হয়। এজন মহাত্মা, সাহিত্যিক, দাৰ্শনিক, কবি, ভক্ত, মানৱ প্ৰেমী, ধাৰ্মিকৰ সমাধি স্থলীক তীৰ্থ ভূমিলৈ ভক্তবৃন্দই ৰূপান্তৰিত কৰিলে। সৰপাৰা সত্ৰৰ নিকটবৰ্তী প্ৰায় ১ বিঘা বাকৰি মাটিত সমাধি মন্দিৰ স্থাপন কৰা হয়। ১৯৬১ চনৰ ২ জানুৱাৰী তাৰিখ সোমবাৰ প্ৰতিপদ তিথিত অগণন ভক্তবৃন্দ তথা গুণমুগ্ধ ৰাইজক কন্দুৱাই ইহলীলা সম্বৰণ

কৰা চিৰস্মৰণীয় দিন। সৰপাৰা সত্ৰত অসুস্থ অৱস্থাত ড০ ভূঞাঁদেৱে কৃষ্ণপুৰীদেৱক কৈছিল — 'স্বামীজী। আপোনাৰ শৰীৰটো অকল আপুনিয়ে দাবী কৰিব নোৱাৰে। এই পবিত্ৰ শৰীৰ অসম তথা মানৱজাতিৰে অধিকাৰ আছে। আমি অসমীয়াই আপোনাৰ পৰা বহুত পাবলৈ আশা কৰিছোঁ।"

**আধাৰ গ্ৰন্থপঞ্জী ঃ**

১। গুৰু কৃষ্ণপুৰী (জীৱনী) - শ্ৰীনৰেন্দ্ৰ নাথ চৌধুৰী

# গোবিন্দ চন্দ্ৰ মহন্ত

**চিত্ৰ মহন্ত**

ঐতিহাসিক আৰু আধ্যাত্মিক দিশেৰে হাজোৰ স্থান বহুত উচ্চ। ইয়াত বহু ৰজা-মহাৰজাৰ উত্থান-পতন ঘটিছে আৰু কেইবাবাৰো ৰাজধানী নগৰী হিচাপেও অধিষ্ঠিত হৈছে। ধাৰ্মিক বা আধ্যাত্মিক দৃষ্টিৰে পৌৰাণিক যুগৰপৰাই ইয়াৰ মহত-স্থান সৰ্ব বিদিত। এই ঠাই বহু জাতি বিজাতিৰ মিলন ভূমি।

আনহাতে সাহিত্যিক দৃষ্টিৰেও এই ভূমি ভাগ বৰ পিছপৰা নাছিল। অনন্ত কন্দলী আৰু মহাকবি ৰাম সৰস্বতী এই অঞ্চলৰ দুজন প্ৰসিদ্ধ কবি আছিল। বিশেষকৈ ৰাম সৰস্বতীৰ স্থান কাব্যৰ দৃষ্টিৰে শংকৰদেৱৰ পিছতেই। তদুপৰি আন বহুতো জ্ঞাত অজ্ঞাত কবি-সাহিত্যিকে এই ক্ষেত্ৰলৈ অৱদান আগবঢ়াইছিল।

সেই তুলনাত আধুনিক কালত হাজোৰ অৱদান ন্যূনতম বুলি ক'ব লাগিব। জ্ঞাত তথ্য মতে আধুনিক কালৰ প্ৰথমজনা কবি আছিল ঁবিষয়চন্দ্ৰ বিশ্বাসী। তেওঁ 'সোণতৰা' নামে এখন অতি মনোমোহা শিশুকাব্য লিখিছিল। সেইকাব্যখন বহুকাল জুৰি অপ্ৰকাশ হৈ থকাত অসমীয়া সাহিত্য জগতে এই মহান কবিজনাক পাহৰিয়ে থাকিল। সাহিত্য সভাৰ হাজো অধিবেশনে নিশ্চয় এই মহান কবিজনাৰ কাব্য প্ৰতিভাক উজলাই তুলিব। ঁবিশ্বাসীৰ উপৰিও ঁহৰকান্ত দাসে তেজপুৰ চহৰত বসতি কৰি অসমীয়া সাহিত্য লৈ বিভিন্ন অৱদান আগবঢ়াইছিল। শিশু উপযোগী গ্ৰন্থ ৰচক ঁঅনন্ত দেৱ শৰ্ম্মাৰ নামো উল্লেখযোগ্য।

ইয়াৰ পিছতেই আমি এই নিবন্ধৰ আলোচ্য ঁগোবিন্দচন্দ্ৰ মহন্তৰ নাম ল'ব পাৰোঁ। গোবিন্দ মহন্তৰ জন্ম হৈছিল ধোপৰগুৰি (হাজো) সত্ৰৰ প্ৰতিষ্ঠাতা লক্ষ্মীকান্ত আতৈৰ বংশত ১৯২৪ চনত হাজোৰ পূব দিশৰ বৰদধি সত্ৰত। তেওঁৰ পিতৃ ঁবলোভদ্ৰ মহন্ত কেৱল এজন উচ্চ আধ্যাত্মিক ব্যক্তিয়েই নাছিল — আছিল এজন মহান ভাস্কৰ্য শিল্পী। তেওঁৰ মাতৃদেৱী থানেশ্বৰী মহন্তও এগৰাকী সুশীলা নাৰী আছিল। আনহাতে তেওঁৰ ককাইদেৱ ঁ উপেন্দ্ৰ চন্দ্ৰ মহন্ত আছিল হাজো অঞ্চলৰ অগ্ৰগণ্য স্বাধীনতা সংগ্ৰামী। এই স্বাধীনতা সংগ্ৰামক সৰ্বস্ব পণ-কৰা সত্যাগ্ৰহী ঁউপেন্দ্ৰ মহন্তই পুলিচৰ লাঠীৰ

কোবত ভালেমান দাঁত হেৰুৱাইছিল আৰু আগলৈ তেওঁ সম্পূৰ্ণ দৃষ্টি শক্তিও হেৰুৱাই পেলাইছিল।

গোবিন্দ মহন্তৰ সাহিত্যিক জীৱন আৰম্ভ হৈছিল বৰদধি শংকৰদেৱ পুথি ভঁৰালৰ দ্বাৰা সম্পাদিত হাতে লিখা তিনিমহীয়া আলোচনী 'প্ৰতিধ্বনি'ৰ জৰিয়তে। এই আলোচনীখনত তেওঁৰ কেইবাটাও গল্প সংকলিত হৈছিল।

পিছে সাহিত্যৰ চৰ্চ্চাৰ কাৰণে পৰিবেশৰ আৱশ্যক। তেখেতে সেই পৰিৱেশ পোৱা নাছিল। কিন্তু এটা সময়ত আমাৰ পৰিয়ালটো গুৱাহাটীত একত্ৰিত হৈছিলোঁ। তেতিয়া মই পোন প্ৰথমে শুক্ৰেশ্বৰ বৰা সম্পাদিত মাহেকীয়া 'জয়ন্তী' নামৰ আলোচনী আৰু কেশৱচন্দ্ৰ বৰুৱা সম্পাদিত 'অখণ্ড ভাৰত' নামৰ পষেকীয়া আলোচনীত প্ৰবন্ধ লিখিবলৈ সুযোগ পালো। শ্ৰদ্ধেয় দাদা গোবিন্দ মহন্তকো তাৰ বাবে অনুপ্ৰাণিত কৰিলোঁ। তেতিয়া গুৱাহাটীত আমি একেলগে আছিলো— গতিকে তেওঁক সততে লিখনিৰ বাবে প্ৰেৰিত কৰিছিলোঁ। কেইবাখনো কিতাপৰ পাণ্ডুলিপি প্ৰস্তুত হ'ল যদিও মনঃপুত নোহোৱাত সেইবোৰক অগ্নিত নিৰ্বাপিত কৰা হ'ল। ইয়াৰ পিছত যিখন সৰু উপন্যাস উজলি উঠিল সেইখন 'শেষ পথ'। ইতিমধ্যে সাহিত্য আৰু প্ৰকাশন ক্ষেত্ৰখনৰ লগত মোৰ পৰিচয় ঘটিছিল। গতিকে মোৰ উদ্যোগতে সেই উপন্যাসখনে ছপাৰ মুখ দেখিলে। উল্লেখযোগ্য যে মহাযুদ্ধৰ পিছৰ উক্ত কালখিনি আছিল অসমীয়া সাহিত্যৰ মহাৰ্ঘৰ কাল। তেনেতে দুজন ডেকা উপন্যাসিকে অসমীয়া উপন্যাস সাহিত্যত এক প্ৰকাৰ 'ঘমঘন্ট' লগাই দিছিল - ইখনৰ পিছত সিখন উপন্যাসেৰে। ইয়াৰে প্ৰথমজন আছিল মহম্মদ পিয়াৰ আৰু দ্বিতীয়জন গোবিন্দ মহন্ত। তেওঁৰ 'শেষ পথ' উপন্যাসখনৰ বিক্ৰীৰ দায়িত্ব লৈছিল সেই সময়ৰ বিখ্যাত প্ৰকাশক 'গুৱাহাটী বুক ষ্টিণ্ডিকেট' নামৰ কিতাপৰ দোকানখনে। তেওঁ 'শেষ পথেৰে' উপন্যাসৰ পথত ভৰি দিছিল যদিও - পথটো তাতেই শেষ হোৱা নাছিল। তেওঁৰ যাত্ৰা অব্যাহত ৰাখিছিল 'পথৰ যাত্ৰীৰে'। এই দুয়োখন উপন্যাসৰে পটভূমি আছিল অসমৰ গ্ৰাম্য জীৱনৰ সমস্যা। 'শেষ পথ'ত আজিৰ বিদেশী সমস্যাকে তাহানিতে তেওঁ অতি স্পষ্ট ভাবে দাঙি ধৰিছিল ইয়াৰ ফলত যে অসমীয়া মানুহে এদিন নিজৰ ঘৰৰে মাটি ভেটি এৰিব লাগিব। 'পথৰ যাত্ৰী' উপন্যাসখন দুটা খণ্ডত প্ৰকাশিত কৰিছিল গুৱাহাটী বুক ষ্টিণ্ডিকেট নামৰ সেই কালৰ প্ৰখ্যাত প্ৰকাশন সংস্থাটোৱে।

তেওঁৰ তৃতীয়খন উপন্যাস আছিল 'জীৱন বীমা'। এইখন উপন্যাসত তেওঁ চহৰীয়া শ্ৰমজীৱী লোকৰ জীৱনৰ কথা ৰূপায়িত কৰিছিল। সেই সময়ত অসমত উদ্যোগ বোলোতে প্ৰেছ উদ্যোগেই আছিল। এই প্ৰেছত কাম কৰা শ্ৰমিক সকলৰ জীৱন ধাৰণ কিমান কষ্টকৰ আছিল আৰু মালিকসকলে সাধাৰণ শ্ৰমিকক কিদৰে শোষণ কৰে তাৰ এক কৰুণ চিত্ৰ। এইদৰে ইখনৰ পিছত সিখনকৈ ভালে সংখ্যক উপন্যাসৰ

উপৰি তেওঁ এলানি সামাজিক একাঙ্কিকা নাটকো ৰচিছিল আৰু তাৰে কেইবাখনো মঞ্চতো অভিনীত হৈছিল।

মোৰ বিবেচনাৰে তেওঁৰ শ্ৰেষ্ঠতম উপন্যাসখন হ'ল 'কৃষকৰ নাতি'। এই সুবৃহৎ উপন্যাসখনত যিদৰে উপন্যাসিকে গ্ৰাম্য চিত্ৰ অংকন কৰিছে সম্ভৱতঃ কোনো অসমীয়া উপন্যাসতে সি সম্ভৱ হোৱা নাই। ইয়াত গ্ৰাম্য জীৱনৰ সৰলতাৰ আবেগভৰা বৰ্ণনাই হোৱা নাই বৰং উক্ত সৰলতাৰ সুযোগ লৈ এচাম ভণ্ড-ভ্ৰষ্টাচাৰী তথা শোষকৰ স্পষ্ট চিত্ৰও ইয়াত অংকিত হৈছে। গ্ৰাম্যজীৱনৰ এনে কোনো দিশ নাই যাৰ বৰ্ণনা ইয়াত হোৱা নাই। তাৰ লগতে আছে গ্ৰাম্য প্ৰেম-প্ৰীতি আৰু ভ্ৰষ্টাচাৰ। আনহাতে উপন্যাসিকে য'তেই সুবিধা পাইছে ত'তেই অসমৰ অতীতৰ সোণালী দিনবোৰ স্মৃতিপটলৈ আনিছে।

তেওঁৰ উপন্যাসসমূহৰ ঘটনা ৰাশি যিদৰে গ্ৰাম্য ভিত্তিক তেনেদৰে তেওঁৰ ভাষাও গ্ৰাম্য সৰলতাৰে ছানি থকা, অৱশ্যে বহুতো সময়ত ভাষা প্ৰয়োগৰ ক্ষেত্ৰত তেওঁ উজুটি নোখোৱাও নহয়। সাৱলীল আৰু মিঠা ভাষাৰে গোবিন্দ মহন্তৰ 'গাঁৱতেই সৰগ ৰচিম' উপন্যাসখনৰ এক নিজস্ব বিশেষত্ব আছে। ভালেখিনি ব্যৱধানৰ পিছত ৰচা এইখন উপন্যাসত ভাব আৰু ভাষা দুয়োটিতে নতুনত্ব আছিল।

এইদৰে দেখা যায় যে অসমীয়া সাহিত্যৰ ইতিহাসৰ সংকলকসকলে বৰ মৰমেৰে আদৰি নললেও তেওঁৰ আটাইকিখন উপন্যাসৰে এক নিজস্ব বিশেষত্ব আছে।

শংকৰী সংস্কৃতিৰ মধ্যমণি স্বৰূপ বৰদধি গাঁৱৰ এক সাংস্কৃতিক পৰিবেশে গোবিন্দ মহন্তক আবৰি ৰাখিছিল। ভোৰতালৰ চাবে চাবে তেওঁ কীৰ্তনৰ পদসমূহ সুললিত কণ্ঠে গাই যাব পাৰিছিল। পিছে তেওঁ সাহিত্য আৰু সংস্কৃতিতে নিজক আবদ্ধ কৰি ৰখা নাছিল বামপন্থী ৰাজনীতিৰ লগতো তেওঁ নিবিড়ভাবে জড়িত আছিল।

ডেকা কালত গোবিন্দ মহন্ত এজন সু-অভিনেতাও আছিল। মহন্ত অসম সাহিত্য সভাৰ লগত অঙ্গাঙ্গীভাবে জড়িত আছিল। তেওঁ সাহিত্য সভাৰ সহকাৰী সম্পাদকৰ দায়িত্ব ভাৰ গ্ৰহণ কৰাৰ উপৰি আজিৰ জিলা সাহিত্য সভাৰ জন্মদাতাসকলৰ তেওঁ অন্যতম আছিল। কামৰূপ সাহিত্য পৰিষদৰ অভিবৰ্তন পৰ্যন্ত তেৱেঁই সম্পাদকৰ দায়িত্ব বহন কৰিছিল।

স্কুলীয়া জীৱনৰ পৰা গোবিন্দ মহন্তই সংঘৰ্ষকেই জীৱনৰ মাধ্যম হিচাপে লৈছিল আৰু জীৱনৰ শেষ দিনকেটাও মহাৰোগৰ লগত সংঘৰ্ষ কৰি কৰি ১৯৮৯ চনৰ ১৮ জুনৰ দেওঁবাৰৰ দিনা ৰাতি ১০-২০ মিনিটত তেওঁৰ আজীৱন সংঘৰ্ষৰ সমাপ্তি ঘটায়।

◆◆◆

# শ্ৰীমান চক্ৰৱৰ্ত্তী

সূৰ্য্য কান্ত কলিতা

'জাতস্য হি ধ্ৰুবোৰ্মৃত্যুঃ ....... ' জন্মিলে এদিন মৰিব লাগে। শ্ৰীমদ্ভাগবদ্ গীতাৰ এই নিৰ্মম সত্য জীৱজগতৰ হাতীটোৰ পৰা বালিচাহীলৈ সকলোৰে শেষ পৰিণাম। তথাপি জীৱন বালিচাপৰিত কোনো কোনো জনে সময়ে মচিব নোৱাৰা খোজ থৈ যায়। শ্ৰীমান চক্ৰৱৰ্ত্তী কোনো বৰেণ্য সাহিত্যিক কিম্বা মুধাফুটা ৰাজনৈতিক নেতা নাছিল। তত্ৰাচ এইজনা ব্যক্তিৰ চমু জীৱন কালত প্ৰতিভাত গুণ আৰু কৰ্মৰাজি অঞ্চলবাসী ৰাইজৰ পথ প্ৰদৰ্শক আৰু প্ৰেৰণাৰ উৎস।

মানৱ নিৰ্মম অত্যাচাৰ আৰু শৰাইঘাটৰ ৰণৰ সাক্ষী হাতীমূৰা পাহাৰৰ পাদভাগত বামুন্দী গাওঁৰ এটি মধ্যবিত্ত ব্ৰাহ্মণ পৰিয়ালত ১৯৩৭ চনৰ ৩০ ডিচেম্বৰ বৃহস্পতিবাৰে ঁগোপীনাথ চক্ৰৱৰ্ত্তীৰ ঔৰসত ঁযোগেশ্বৰী দেৱীৰ গৰ্ভত জন্ম গ্ৰহণ কৰিছিল শ্ৰীমান চক্ৰৱৰ্ত্তীয়ে। পঢ়াশলীয়া জীৱনতে বুৰঞ্জী আৰু ভূগোল বিষয়ত পাৰদৰ্শী শ্ৰীমানে ১৯৬১ চনত স্নাতক আৰু ১৯৬৪ চনত অসমীয়া বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। জীৱন বীমা নিগম আৰু উপায়ুক্তৰ কাৰ্য্যালয়ৰ চাকৰি ত্যাগ কৰি বিদ্যানুৰাগী চক্ৰৱৰ্ত্তী বামুন্দী হাইস্কুলত শিক্ষক জীৱনৰ পাতনি মেলি শুৱালকুছি বুদ্ৰাম মাধৱ সত্ৰাধিকাৰ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপকৰূপে অধ্যাপনা কৰিছিল। বৰ অসময়তে নিয়তিৰ নিঠুৰ বিধানে পঞ্চাশটা বহাগ পাৰ নৌহওঁতেই এইজনা ভীমকৰ্মা পুৰুষক কাঢ়ি লৈ গ'ল। ১৯৮৭ চনৰ ৩০ চেপ্তেম্বৰৰ মাজনিশা মহাষ্টমীৰ দিনা বামুন্দী বিকাশ সাহিত্য সভাৰ সভাপতি, অসম সাহিত্য সভাৰ লগত নিবিড়ভাবে জড়িত, এসময়ৰ কামৰূপাৰ সম্পাদক আৰু জীৱনৰ বিয়লি পৰত কামৰূপ সাহিত্য পৰিষদৰ সভাপতি চক্ৰৱৰ্ত্তীৰ জীৱন চাকি নিৰ্বাপিত হ'ল। ভালেমান আপোনজনেৰে সহধৰ্মিনী শ্ৰীপ্ৰমিলা চক্ৰৱৰ্ত্তী আৰু যুগ্ম জীৱনৰ সাক্ষৰ তিনিটি কন্যা আৰু একমাত্ৰ পুত্ৰেৰে এৰি থৈ গ'ল জনাকীৰ্ণ পৰিয়াল এটি। প্ৰয়াত চক্ৰৱৰ্ত্তীৰ কথা মনত পৰিলে আজিও গুণগুণনি শুনো এই কবিতাফাঁকিৰ —

'ভাগি গ'ল বীণখনি, ছিগি গ'ল তাৰ,<br>ৰই গ'ল অৱশেষ, অমিয়া জোকাৰ।'

এটি দশক বাগৰিল। স্বদেশৰ ভাষা-সাহিত্য, স্বাতন্ত্র্য আৰু ন্যায্য দাবীৰ হকে বীৰদৰ্পে যুঁজ দিয়া চক্ৰৱৰ্ত্তীৰ কৰ্মৰাজিয়ে কিন্তু আজিও পুলক জগায়।

অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক, সাংস্কৃতিক আৰু সমাজ জীৱনৰ অলিয়ে গলিয়ে বিচৰণ কৰা এই গৰাকী বাগ্মী পুৰুষৰ সাহিত্য সম্ভাৰ তেনেই তাকৰ। এই তাকৰীয়া প্ৰকাশিত আৰু অপ্ৰকাশিত গ্ৰন্থৰ বুকুত অসম তথা অসমীয়া সমাজ জীৱনৰ যি মনোমুগ্ধকৰ ছবি আঁকিলে সেইখিনি নিঃসন্দেহে অসমীয়া সাহিত্য ভঁৰালৰ অমূল্য সম্পদ।

ছাত্ৰাৱস্থাত আকাশ বাণী, বাতৰি আলোচনীৰ পাতেই আছিল চক্ৰৱৰ্ত্তীৰ সাহিত্য সাধনাৰ কঠিয়াতলী। 'মানস সৰোজ' কবিতা গ্ৰন্থৰ শীতল জলৰাশিত অৱগাহন কৰি কিম্বদন্তীৰ সাধু 'সেই নদী সদা নীৰা'ৰ পাৰে পাৰে বিচৰণ কৰা কল্পনা বিলাসী লেখকে প্ৰত্যাৱৰ্ত্তন কৰিলে অসমৰ মাটি আৰু মানুহৰ মাজলৈ। তাৰে ফলশ্ৰুতিত ১৯৭৫ চনত প্ৰকাশ পালে 'ৰাজভৱনলৈ কিমান দূৰ' আৰু পৰৱৰ্ত্তী কালত 'উত্তৰকুল'। হাতীমাৰি ভুৰুকাত ভৰোৱা আমাৰ লেখিয়া জনৰ পক্ষে তেনেই অসম্ভৱ। তত্ৰাচ প্ৰকাশিত গ্ৰন্থ দুখনৰ সামান্যতম আভাস দিয়াৰ প্ৰয়াস কৰা হ'ল।

লেখকৰ দাদা মুক্তি যোদ্ধা শ্ৰীআদ্য নাথ চক্ৰৱৰ্ত্তীৰ ঘৰলৈ অসমৰ আগশাৰীৰ নেতাসকলৰ আহ-যাহ প্ৰায়েই চলিছিল। তেতিয়াতে শ্ৰীমান চক্ৰৱৰ্ত্তী সেই বৰেণ্য নেতাসকলৰ সৈতে চা-চিনাকি হোৱাৰ সুযোগ পাইছিল। তাহানিতে অঙ্কুৰিত প্ৰেৰণাই জন্মদিলে 'ৰাজ ভৱনলৈ কিমান দূৰ'। ওপজা মাটিৰ মোহত বিমুগ্ধ লেখকে হাজোৰ প্ৰাচীন অৱস্থিতিৰে পাতনি তৰি হাজোক হিন্দু মুছলমানৰ পীঠস্থান, সংস্কৃতিৰ বৰঘৰ আখ্যা দি অসমৰ জননেতা, লৌহ-মানৱ বিষ্ণুৰাম মেধি ডাঙৰীয়াৰ জীৱন পৰিক্ৰমাৰ লগে লগে সমান্তৰালভাবে অঙ্কন কৰিছে অসমৰ স্বাধীনতাৰ সেনানী সবৰ ত্যাগৰ বিস্তৃত বিৱৰণ। উধানপতাৰ বগামণিৰ জীয়েক আলেহীৰ সৈতে মেধি ডাঙৰীয়াৰ পিতৃ সোণাৰাম মেধিৰ দ্বিতীয় বিবাহ, দীনফুলি বুঢ়ী আৰু বিষ্ণুৰাম মেধিৰ লৰালিৰ লগৰীয়া সমূহ, স্বাধীনতা সংগ্ৰামী তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ, ফকৰুদ্দিন আলী আহমদ, ডাঃ ভুৱনেশ্বৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা আৰু হাজো ৰামদিয়া-বামুন্দী-শুৱালকুছিকে ধৰি পুৰণি কামৰূপৰ খ্যাত-অখ্যাত স্বাধীনতা সংগ্ৰামীসকলৰ উল্লেখে লেখকৰ অনুসন্ধিৎসু মনৰ পৰিচয় দিছে। বৰেণ্য নেতাসবৰ শ্ৰম আৰু ত্যাগৰ বৰ্ণনা দিবলৈ নিঃসন্দেহে অনেক নৰ ওচৰ চাপিছে। মেধি দেৱৰ পঢ়াশলীয়া দিনবোৰ, ওকালতি জীৱন, তীক্ষ্ণ মেধাশক্তি আৰু স্বাধীনতা যুঁজৰ অগ্ৰণী ভূমিকা বৰ্ণাবলৈ গৈ আগশাৰীৰ নেতাসকলৰ সৈতে নিবিড় সম্পৰ্ক আৰু স্বদেশ প্ৰেমত জাগ্ৰত সিংহ স্বৰূপ মেধিৰ নিৰ্ভীক মনৰ মুক্ত প্ৰকাশ ঘটাইছে।

গ্ৰন্থৰ 'পাণ্ডু কংগ্ৰেছ' অধ্যায়ত হাবি বননিৰে ভৰা হিংস্ৰ জন্তুৰ বিচৰণ ভূমি পাণ্ডুক কিদৰে ৰম্যভূমি কৰি মেটমৰা ধাৰৰ বোজা কান্ধত লৈয়ো ভাৰতৰ বিভিন্ন প্ৰান্তৰ

ৰাজনৈতিক নেতাক চমক লগালে দেখুওৱাৰ উপৰিও অসমৰ ঐক্য-সংহতি আৰু জাতীয় চেতনাৰে উদ্বুদ্ধ গণদেৱতাৰ স্বৰাজ চেতনাৰ উমান দিছে। স্বাধীনতা সংগ্ৰামৰ বিপৰ্য্যয়, জননেতা গৰাকীৰ কাৰাগাৰ জীৱন আৰু নেতাসকলৰ নিন্দা প্ৰশংসা আগবঢ়াই চক্ৰবৰ্ত্তীয়ে নিৰ্ভীক মনৰ পৰিচয় দিছে।

'অসমৰ ৰাজনীতি' অধ্যায়ত চাদুল্লা জিন্নাৰ ভূমিকা আৰু চাদুল্লা মন্ত্ৰীসভাৰ বিস্তৃত বিৱৰণ সামৰি লৈছে। শ্ৰীহট্ট চামিলকৰণ, বৰ অসমৰ কৃষ্টি সভ্যতাৰ সেউজী পথাৰ কোচবিহাৰ বিচ্ছেদ আৰু ইংৰাজ সকলৰ অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰাৰ অভিসন্ধিৰ নাতিদীৰ্ঘ আলোচনাৰে গ্ৰন্থ সম্বৃদ্ধ।

'অসমৰ সুকীয়া সমস্যা' অধ্যায়ত অমিয় কুমাৰ দাস, পুষ্পলতা দাস, বিজয় ভাগৱতী, হৰেশ্বৰ গোস্বামী, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, হৰেন্দ্ৰ নাথ বৰুৱা, নীলমণি ফুকন, অম্বিকাগিৰী ৰায়চৌধুৰীৰ ভূমিকা আৰু বল্লভ ভাই পেটেল, সৰোজিনী নাইডু, জৱহৰলাল নেহেৰু আৰু সৰ্বোপৰি মৌলানা আবুল কালাম আজাদৰ বদান্যতাৰ কথাও লেখকৰ বিস্মৃত হোৱা নাই।

'ৰাজনৈতিক পৰিবৰ্ত্তন'ত অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈৰ দেহাৱসানৰ লগে লগে মেধি ডাঙৰীয়াৰ কান্ধতে পৰিল মুখ্য মন্ত্ৰীৰ ভাৰ। সেই সময়ছোৱাতে পঞ্চবাৰ্ষিক পৰিকল্পনাৰ আৰম্ভণিৰে অসমৰ উন্নয়ণৰ পাতনি তৰা হৈছিল। অসমৰ সুদক্ষ মুখ্যমন্ত্ৰী মেধি ডাঙৰীয়া ১৯৫৮ চনৰ প্ৰাৰম্ভণিতে উৰা মাৰিলে মাদ্ৰাজৰ গৱৰ্ণৰ ৰূপে। মাদ্ৰাজত (তামিলনাডু) জনতাৰ মন জয় কৰি জনতাৰ ৰাজ্যপাল ৰূপে স্বীকৃতি লভিলে। ১৯৬৪ চনত জনমভূমিলৈ প্ৰত্যাৱৰ্ত্তন কৰি ১৯৬৭ চনত বিনা প্ৰতিদ্বন্দিতাৰে অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হোৱাৰ লগে লগে গ্ৰন্থৰ সামৰণি পৰিছে। 'ৰাজ ভৱনলৈ কিমান দূৰ' অসমৰ স্বাধীনতা সংগ্ৰামৰ চমু ইতিহাস বুলিলেও বঢ়াই কোৱা নহয়।

ইতিহাসৰ এৰাবাৰীৰ মাণিক মুকুতা, ঐতিহাসিক তথ্য-পাতি, তামৰফলি, শিলালিপি আৰু জনশ্ৰুতিৰ আধাৰত ৰচিত চক্ৰৱৰ্ত্তীৰ 'উত্তৰকুল' দ্বিতীয়খন প্ৰকাশিত গ্ৰন্থ। ইতিহাস উপেক্ষিত অঞ্চলটোৰ পৰিচয় দিবলৈ গৈ বিহঙ্গ দৃষ্টিত, মুছলমানসকলৰ আক্ৰমণত উত্তৰকুল, বুৰঞ্জীৰ বিয়লি বেলা, উত্তৰকুলৰ অতীত ৰেঙণি, উত্তৰকুলৰ সত্ৰসমূহ আৰু উত্তৰকুলৰ বৰ্তমান যুগ - এই ছয়টা ভাগত বিভাজিত গ্ৰন্থখন বৰলুইতৰ উত্তৰপাৰৰ ৰাজনৈতিক, ধৰ্মীয় আৰু সমাজ জীৱনৰ চিত্তাকৰ্ষক বৰ্ণনাৰে পৰিপুষ্ট। খণ্ড বুৰঞ্জী 'উত্তৰকুল' তামৰফলি আৰু চাহাবুদ্দিনৰ টোকাই সামৰি লোৱা উত্তৰকুল, মোগলৰ ৰণাঙ্গন, মানৰ অত্যাচাৰৰ লীলাভূমি। কোচবিহাৰৰ পৰা শদিয়ালৈ সামৰিলোৱা উত্তৰকুলত লেখকৰ গ্ৰন্থই কেৱল ব্ৰহ্মপুত্ৰৰ উত্তৰকুলহে সামৰি লৈছে। জগতগুৰু শংকৰাচাৰ্য্যৰ আগমনত হিন্দুধৰ্ম প্ৰৱৰ্ত্তন, তন্ত্ৰ-মন্ত্ৰ, শাসন ব্যৱস্থা, সমাজ জীৱন আৰু গুপ্ত সভ্যতাৰ পৰোক্ষ প্ৰভাৱৰ তথ্যভিত্তিক পৰিচয় দিয়াৰ যত্ন কৰা হৈছে। শুৱালকুছিৰ মুগাশিল্পৰ প্ৰাচীনত্বই 'উত্তৰকুলক' জন জীৱনৰ সতে এনাজৰীৰে

বান্ধিছে। বৰ্মণ আৰু পালবংশীয় ৰজাসকলৰ মঠ-মন্দিৰ নিৰ্মাণ, কিম্বদন্তীৰ সম্ৰাট আৰিমত্তৰ পুখুৰী খনন, গড় নিৰ্মাণ কাৰ্য্যৱলীৰ বিৱৰণে গ্ৰন্থখনিক সুখপাঠ্য কৰি তুলিছে। মুছলমানৰ প্ৰথম আক্ৰমণৰ আঁত বিচাৰি 'কানাই বৰশীবোৱা শিলালিপি' আৰু 'তামোলপুৰ সন্ভেদত হাজোত মুছলমানসকলৰ প্ৰথম আক্ৰমণৰ সন্ভেদ পাইছে। কালাপাহাৰৰ মঠ মন্দিৰ ধ্বংসৰ তাণ্ডৱলীলাৰ লগে লগে ৰঘুদেৱৰ হয়গ্ৰীৱ মাধৱমন্দিৰ পুনৰ নিৰ্মাণৰ আপুৰুগীয়া কাহিনী, হাজোত মকৰমখান, চেখ আব্দুছ চালামৰ শাসনৰ বিৱৰণ, চেৰ্চমুখ, কুলহাটী, আগিয়াঠুৰী আৰু শৰাইঘাটৰ যুঁজৰ বিৱৰণ 'উত্তৰকুল'ত সন্নিবিষ্ট কৰা হৈছে। কালিকা-পুৰাণ আৰু যোগিনীতন্ত্ৰ আধাৰ গ্ৰন্থৰূপে গ্ৰহণ কৰি বৰ্ণনাসমূহ সম্বৃদ্ধ কৰাৰ উপৰি প্ৰনিধানযোগ্য কৰা হৈছে।

আহোম স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্বৰ বেলি লহিয়াইছিল যদিও উত্তৰকূলৰ ধৰ্মীয় জীৱনৰ সেয়া আছিল নৱ প্ৰভাত। ধাৰেশ্বৰ, সিদ্ধেশ্বৰ আৰু ভৃঙ্গেশ্বৰ আদি দেৱালয় সমূহ তাৰেই সাক্ষী। কামৰূপী বীৰ হৰদত্ত আৰু বীৰদত্তই সপোন দেখিলে কোচ হাজো পুনৰ প্ৰতিষ্ঠাৰ। জ্ঞাতি-ভাইৰ কুচক্ৰান্তত বীৰদত্তই দমদমাত আৰু হৰদত্তই আগিয়াঠুৰীত জীৱন বিসৰ্জন দিয়াৰ লগে লগে সোণৰ সপোন ভাঙি চুৰমাৰ হ'ল। এই কৰুণ কাহিনী গ্ৰন্থখনিৰ অনিৰ্বচনীয় আকৰ্ষণ।

ধৰ্মীয় জীৱনৰ সাক্ষী হয়গ্ৰীৱ মাধৱ, কেদাৰ, পোৱামক্কা, কামেশ্বৰ শিৱলিঙ্গ, পদ্মপাণি বুদ্ধমূৰ্ত্তি, অপূৰ্ণভৱকুণ্ড, গণেশ মন্দিৰ আৰু জয়দুৰ্গা মন্দিৰে ধৰ্মৰ ধ্বজা বহন কৰিছে। গড়ুৰাচল পাহাৰৰ গিয়াচুদ্দিন আউলিয়াই প্ৰতিষ্ঠা কৰা পোৱামক্কাই সম্প্ৰীতিৰ সেতু বান্ধিছে। কোঁচ হাজো হিন্দু মুছলমানৰ মিলন মঞ্চই নহয়, ধৰ্মীয় সংস্কৃতিৰো সোণ সেৰুৱা বহল পথাৰ। বৰলুইতৰ কূলবিধ্বংসী কাৰ্য্যই নিঃশ্চিহ্ন কৰা সত্ৰসমূহক বাদ দিও হাজো, ৰামদিয়া, বামুন্দী, শ্ৰীহাটী আৰু শুৱালকুছিৰ সত্ৰসমূহ আজিও সংস্কৃতিৰ প্ৰাণকেন্দ্ৰৰূপে বিৰাজ কৰিছে।

গ্ৰন্থৰ পৰিসমাপ্তিত ইছলাম ধৰ্মালম্বী বৃহত্তম গাওঁ দামপুৰৰ অতীত ৰোমন্থন কৰিবলৈ গৈ লেখক ঐতিহাসিক তথ্য, কিম্বদন্তী আৰু জনশ্ৰুতিৰ ওচৰ চাপিছে। "উত্তৰকুলৰ" দ্বাৰা অসমৰ ইতিহাসৰ এটা ডাঙৰ অভাৱ মোচন হ'ল। অসম বুৰঞ্জী লিখাৰ কাৰণে এইবোৰ খণ্ড-বুৰঞ্জী নিদান স্বৰূপ হব, পণ্ডিত তীৰ্থ নাথ শৰ্মাদেৱৰ এই মন্তব্য গ্ৰন্থখনৰ বাবে তাৎপৰ্য্যপূৰ্ণ।

জীৱনৰ বিয়লি পৰত চক্ৰৱৰ্ত্তীদেৱে তাৰাশংকৰ বন্দোপাধ্যায়ৰ 'গণদেৱতা'ৰ অনুদিত ৰূপ দিছিল যদিও অপ্ৰকাশৰ আন্ধাৰতে বুৰ গৈ থাকিল। অপ্ৰকাশিত গ্ৰন্থখিনি প্ৰকাশৰ মুখ দেখিলে নিশ্চয় ভাষা জননীৰ সাহিত্য ভঁৰাল টনকিয়াল হব।

◆◆◆

## সম্পাদনা উপসমিতি